অভ্যৰ্থনাসমিতিৰ সম্ভাষণ

[ শ্ৰীযাদবেন্দ্ৰনাথ ঠাকুৰ, বি এ। ]

সভাপতিৰ সম্ভাষণ।

ৰায় চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱা। ]

# অভ্যৰ্থনাসমিতিৰ অভিভাষণ।

সভাপতি ডাঙৰীয়া, আৰু সমজুৱা বন্ধুসকল—

আজি শাৰদীয় মহাপূৰ্ণিমা তিথিত মহান্ উদ্দেশ্য হৃদয়ত ধৰি ছাত্ৰজীৱনৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰি জ্ঞান-চৰ্চ্চাৰূপ মহাব্ৰতেৰে ব্ৰতী আৰু মহামিলনমন্ত্ৰেৰে দীক্ষিত হৈ আপোনাসকল বছেৰেকৰ মূৰত আকৌ এবাৰ মিলিত হৈছেহি—মিলিত হৈছেহি আজি বছেৰেকলৈ আপোনাসকলৰ কৰ্ত্তব্যৰ গতি নিৰ্দ্ধাৰণ কৰিবৰ কাৰণে আৰু যোৱা বছৰটোত আপোনাসকলে নানা বাধা বিঘিনি অতিক্ৰম কৰি কৰ্ত্তব্যৰ বাটত কিমান আগ বাঢ়িলে তাক নিৰূপন কৰিবৰ কাৰণে। মহা-মিলনৰ উদ্দেশ্য মনত ৰাখি এই সম্মিলনত যোগদান দি আপোনাসকলে যি সহৃদয়তা আৰু সপ্ৰীতিৰ চিনাকী দিছে তাৰ বাবে ডিব্ৰুগড়ৰ ছাত্ৰ সমূহৰ হৈ আপোনাসকলক পৰম শ্ৰদ্ধা আৰু প্ৰীতি-সম্ভাষণ জনাইছোঁ। অনভিজ্ঞতা আৰু অদূৰদৰ্শিতাৰ বাবে হোৱা সকলো ত্ৰুটি মাৰ্জ্জনা কৰি আমাৰ ভক্তি সম্ভাষণ সাদৰে গ্ৰহণ কৰি যেন আমাক চিৰকৃতজ্ঞতা জৰিৰে বান্ধি ৰাখে।

ছাত্ৰসম্মিলনৰ কথা উঠিলে বহুতে প্ৰশ্ন কৰে যে ছাত্ৰসম্মিলনৰ উদ্দেশ্যই বা কি; আৱশ্যকতাই বা কি? ছাতৰৰ কাম হৈছে পঢ়া শুনা কৰা—সভা সমিতি পতা নহয়, ইত্যাদি—বৰ শোকৰ আৰু পৰিতাপৰ বিষয় যে যদিও ছাত্ৰসম্মিলনে আজি তৃতীয় বছৰত ভৰি-দিছেহি তথাপি এনেবিধৰ মন্তব্য আমাৰ কাণত এতিয়াও পৰে— এতিয়াও বহুতে ইয়াৰ উদ্দেশ্য সম্বন্ধে ল ধাৰণাভূ কৰিলৈ নানা ৰকমৰ

আসোঁৱাহজনক কথা উলিয়ায়, তেওঁবিলাকৰ মতে ছাতৰৰ কৰ্ত্তব্য, স্কুল কলেজৰ নিৰ্ব্বাচিত কিতাপ কিথন মুখস্থ কৰি পৰীক্ষা পাছ (pass) কৰাতে সীমাবদ্ধ। কিন্তু ছাতৰৰ জীৱন কেৱল এই সীমাতে আৱদ্ধ নহয়। এই জীৱন অভ্যাসৰ জীৱন। ইয়াতে ছাতৰ সকলে নিজৰ ভবিষ্যৎ নিৰ্দ্ধাৰণ কৰি সেই মতে কাম কৰিবলৈ অভ্যাস কৰিব লাগে। সাধনা নহলে কোনো মহৎ উদ্দেশ্য সাধিত নহয় সেই কাৰণে ছাত্ৰাৱস্থাতে সৰ্ব্বসিদ্ধিৰ মূলমন্ত্ৰ সাধনা কৰিবলৈ শিকিব লাগে। মুঠতে ছাতৰৰ উদ্দেশ্য "শিক্ষা" কৰা, "মানুহ" হোৱা। মানবজীৱনৰ চৰম লক্ষ্য কি তাক শিক্ষা কৰি কেনেকৈ সেই লক্ষ্য পাব পাৰি তাক শিক্ষা কৰা ছাতৰৰ কৰ্ত্তব্য। এই উদ্দেশ্য সিদ্ধিৰ কাৰণে ছাতৰবিলাকৰ মাজত সম্মিলিত কামৰ একান্ত আৱশ্যক হৈছে। সম্মিলিত কাম (Organised action) উন্নতিৰ মূল ভেতি। ইয়াৰ অভাৱত বা কেনেকৈ কৰিব লাগে নজনাত আজিৰ আসাম ভাৰতৰ আন আন প্ৰদেশতকৈ শিক্ষা, বাণিজ্য, ব্যৱসায় আদি সকলো বিষয়ত বহুত পাচ। সেই সম্মিলিত কাম কেনেকৈ কৰিব পাৰি তাৰ শিক্ষা দিয়াই ছাত্ৰসম্মিলনৰ এটি উদ্দেশ্য, ছাত্ৰ সকলে নিজৰ কক্ষত (Sphere) কাম কৰি কেনেকৈ মহান উদ্দেশ্যে মিলিত হৈ ভবিষ্যতলৈ জাতীয় জীৱনৰ উপযোগী হৈ উঠিব পাৰে সেই শিক্ষা দিয়াই ছাত্ৰ সম্মিলনৰ লক্ষ্য।

ছাত্ৰসকলে সাধাৰণ মনুষ্যশক্তিৰ বিকাশৰ লগে লগে আত্মোন্নতিৰ সাধনা কৰিব লাগে। আত্মোন্নতি সাধিবৰ হলে আত্মজ্ঞান লাভ কৰা একান্ত আৱশ্যক। পাৰলৌকিক আৰু ঐহিক জীৱনৰ সামঞ্জস্য কৰিবলৈ শিকিব লাগে। কেৱল পাৰলৌকিক বা ঐহিক জীৱনকে ধৰি থাকিলে মনুষ্য শক্তিৰ সম্পূৰ্ণ বিকাশ নহয়। এ সময়ত ভাৰতবাসীয়ে ঐহিক জীৱনলৈ [illegible] ধাৰ্ম্মিক জীৱনকে মোৰ বুলি ধৰিলৈ এথন বেলেগ স্বৰ্গ ৰাজ্য পাবলৈ আৰু ঈশ্বৰত

লাভ কৰিবলৈ চেষ্টা কৰিছিল। সেই চেষ্টাৰ ফলত যদিও আজি আমি গীতা উপনিষদৰ নিচিনা গধূৰ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ শাস্ত্ৰবোৰ পাইছোঁ, নানান প্ৰকাৰ ধৰ্ম্মমত পাইছোঁ—আনফালে অৰ্থাৎ দৈহিক ফালে আমি বহুত পাচ পৰিলোঁহঁক। ভাৰতৰ যেতিয়া এনে মুমূৰ্ষু অৱস্থা তেতিয়া ইউৰোপে স্বকীয়া সভ্যতাৰ বিজয় দুন্দুভি বজাই ভাৰত সোমাই ভাৰতবাসীক দেখুৱাই দিলে কেনেকৈ সাংসাৰিক স্বৰ্গলাভ কৰিব লাগে। নতুন সভ্যতাৰ ন-পোহৰত ভাৰত চকথাই উঠিল। ইউৰোপক অনুকৰণ কৰি সকলোৱে সাংসাৰিক সুখ-স্বচ্ছন্দতা লাভৰ বাবে বলিয়া হৈ উঠিল। এই কণা-মুণাকৈ ইউৰোপক পাচধৰাৰ ফলত ভাৰতবাসীয়ে নিজত্ব হেৰুৱাবলৈ ধৰিলে। নিজৰ জীৱনৰ প্ৰতি স্তৰে স্তৰে বাজি থকা তথ্যবোৰ বুজিবৰ নিমিত্তে ইউৰোপৰ শৰণাপন্ন হব লগা হল। এইদৰে ভাৰতে যেতিয়া নিজৰটি হেৰুৱাই পৰৰটিও নাপাই ঘৰচিৰিকাৰ অৱস্থা পায়গৈ—এনে সময়তে ভাৰতবাসীৰ আত্মবোধ হয়। কেনেকৈ দুইটাৰে সামঞ্জস্য কৰিব লাগে তাৰ চেষ্টা কৰিবলৈ ধৰে গীতাৰ "অচ্ছেদোহয়ম্ অভেদ্যোহয়ম্ অশোচ্য এবচ" পৰমাত্মাৰ ধাৰণাৰ লগত শান্ত ত্ৰিগুণ বিশিষ্ট জীৱাত্মাক একে লগে সাধনা কৰিব লাগে তাৰ বাট বিচাৰিবলৈ ধৰে। এই চেষ্টাৰ ফলত আজিৰ ভাৰত কৰ্ম্মযোগৰ যোগী। "কামেই জীৱন, কামেই ধৰম" এই মহামন্ত্ৰেৰে দীক্ষিত হৈ উন্নতিৰ পথত আগ বাঢ়িবলৈ শিকে। নৱ-যুগৰ নতুন শিক্ষাৰে অনুপ্ৰাণিত কৰি আসামৰ ছাত্ৰ সকলক কৰ্ত্তব্যৰ বাটত আগ বাঢ়িবলৈ শিক্ষা দিয়াটোও ছাত্ৰ-সম্মিলনৰ আন এটা উদ্দেশ্য।

সাহিত্যসেৱা ছাত্ৰজীৱনৰ এটি প্ৰধান অঙ্গ। কোন জাতি কিমান উন্নত জানিবলৈ হলে সেই জাতিৰ সাহিত্য ভৰাললৈ চকু দিলেই হয়। ছাত্ৰ জীৱনত সাহিত্য চৰ্চ্চা যেনে সুবিধা, জীৱনৰ আন কোনো ভাগতেই তেনে সুবিধা পোৱা টান হৈ পৰে। ছাত্ৰসকলে নিয়ম-মতে

অভ্যাস কৰি Critically আৰু Creatively বেলেগ বেলেগ ভাষাৰ উন্নত সাহিত্য চৰ্চ্চা কৰি সেই ভাববোৰেৰে নিজ ভাষাৰ সাহিত্যৰ ভৰাল চহকী কৰিবলৈ যত্ন কৰিব লাগে। যদিও অসমীয়া সাহিত্য পুৰণি পুথিৰে চহকী তাত বৰ্ত্তমান কালৰ উপযোগী ভাবৰ বৰ অভাৱ। আজিকালিৰ বিজ্ঞানৰ নতুন আবিষ্কাৰবিলাক, দৰ্শনৰ গভীৰ তত্ত্বেৰে অৰ্থনীতি আৰু সমাজনীতিৰ তথ্যবোৰ জাতীয় ভাষাত লিখি প্ৰকাশ কৰা একান্ত আৱশ্যক। জীৱনযুদ্ধত যেনেকৈ "Survival of the fittest" বোলা কথাটি খাটে সেইদৰে ভাষা আৰু সাহিত্য জীৱনটো সম্পূৰ্ণৰূপে খাটে। উপযুক্ত নোহোৱাৰ বাবে জীৱনযুদ্ধত টিকিব নোৱাৰি অনেক প্ৰাণী যিদৰে প্ৰাণীজগতৰ পৰা লোপ পাইছে সেই দৰেই ভাষাজগততো তিষ্ঠিব নোৱাৰি অনেক ভাষা লোপ পোৱা প্ৰমাণ পোৱা যায়। অসমীয়া ভাষা আৰু সাহিত্যৰ ভেটি টনকিয়াল কৰিবলৈ হলে পুৰণি সাহিত্যৰ ওপৰতে নিৰ্ভৰ কৰি থাকিলে নহয়। তাক উচ্চ ধৰণৰ কাব্য উপন্যাস নাটক আদি লাগে। গভীৰ ভাব পূৰ্ণ ৰচনা লাগে। বিজ্ঞানৰ নতুন আবিষ্কাৰবোৰ সকলো অসমীয়াই ঢুকি পোৱা হব লাগে, নহলে সাহিত্যৰ উন্নতি সম্পূৰ্ণাঙ্গ কেতিয়াও নহয়। সকলো ছাত্ৰেই, সকলো অসমীয়াই দেশৰ এই অভাৱবোৰ ভালকৈ বুজি দূৰ কৰিবলৈ যত্ন কৰিব লাগে। জননী জন্মভূমিয়ে নতুন তেজেৰে উঠি অহা সন্তান সকললৈ চাই আছে। আহক সকলোৱে দেশৰ অভাৱ দূৰ কৰিবলৈ চেষ্টা কৰক।

এটা জাতিক এটা মানুহৰ শৰীৰৰ লগত তুলনা কৰিব পাৰি। যেনেকৈ মানৱ শৰীৰৰকোনো ভাগৰ ভালকৈ পুষ্টি সাধন কৰি আন এটা ভাগ পেলাই থলে শাৰীৰিক উন্নতি সম্পূৰ্ণ নহয় সেইদৰে জাতীয় জীৱনৰো কোনো এটা ভাগক আওহেলা কৰি আন এটা ভাগে উন্নতি কৰিব নোৱাৰে, যি যি বস্তুৰ সমষ্টিৰে এটা জাতি গঠিত হৈছে সেই সকলোবোৰৰ

প্ৰত্যেকৰে উন্নতিৰ নিমিত্তে যত্ন কৰিব লাগে, এই নিমিত্তে স্ত্ৰী পুৰুষ দুয়োৰে উন্নতিৰ কাৰণে চকু ৰাখি, স্ত্ৰীৰ-শিক্ষা অৰ্থাৎ মাতৃৰ শিক্ষা অৱহেলা কৰিলে উন্নতি সম্পূৰ্ণাঙ্গ নহয়। স্ত্ৰী জাতিৰ হাতত ভবিষ্যত সন্তানৰ শিক্ষাৰ ভাৰ ন্যস্ত। এই নিমিত্তে "মিছেছ্ সৰোজিনী নাইডুৱে" এটি বক্তৃতাত কৈছিল যে "Educate your mothers." আজি এই মিলনমন্দিৰত কেবল জাতীয় জীৱনৰ এভাগৰ উৎকৰ্ষ সাধনৰ উদ্দেশ্য মনত ৰাখি আন ভাগক বাদ দিলে নিজৰ প্ৰতি আৰু জন্মভূমিৰ প্ৰতি ঘোৰ অন্যায় কৰা হব। ভাই-ভনী সকলোৱেই এই মিলন-মন্দিৰত মিলিত হৈ নিজ নিজ কৰ্ত্তব্যৰ পথ অনুশীলন কৰি জন্মভূমিৰ উন্নতি কামনা কৰা একান্ত কৰ্ত্তব্য। এই নিমিত্তে সকলোৱে দেশত পুৰুষৰ শিক্ষাৰ বিস্তৃতিৰ লগে লগে যেন স্ত্ৰী শিক্ষাৰ বিস্তৃতি হয় তালৈ চকু দিয়া আৰু প্ৰত্যেক ছাত্ৰই নিজা উন্নতিৰ লগে লগে যেন ভনীহঁতৰো মানসিক বৃত্তি-বোৰৰ উৎকৰ্ষ সাধিত হয় তাৰ নিমিত্তে যত্ন কৰা উচিত।

কাৰ্য্যকাৰিকা শক্তি সৰ্ব্বতোমুখী কৰিব নোৱাৰিলে জাতীয় জীৱনৰ পূৰ্ণবিকাশ অসম্ভৱ। এই শক্তিৰ উন্মেষৰ নিমিত্তে শিক্ষাৰ প্ৰয়োজন। দেশজুৰি যাতে সাধাৰণ শিক্ষা বিস্তৃত হয় তাৰ কাৰণে আন্দোলন কৰা একান্ত প্ৰয়োজন। সাধাৰণ-শিক্ষা (General Education) ৰ বিস্তৃতি হলে মানুহৰ অন্তৰ্নিহিত শক্তি জাগি উঠিব। তাৰ লগে লগে প্ৰত্যেকে নিজৰ মানসিক বৃত্তিৰ গতি বুজি বেলেগ বেলেগ বিষয়ৰ বিশেষ জ্ঞান-লাভৰ নিমিত্তে চেষ্টা কৰিব। এই দৰে দেশত আমি যে অকল কিছুমান শিক্ষিত মানুহ পাম তেনে নহয়। লগে লগে আমি চিত্ৰকৰ, শিল্পী, বাঁঢ়ৈ আদি, সমাজৰ লাগতিয়াল অঙ্গবোৰো পাম। এই নিমিত্তে আমাক Technical Education আৰু Technical School লাগে। ইয়াৰ অভাব আজি বহুত দিনৰ পৰাই সকলোৱে বুজি আহিছে। কাৰণ

সাধাৰণ—শিক্ষাই (General Education) যি শক্তিৰ উন্মেষ কৰে Technical Educationএ সেই শক্তি বিশেষ ভাবে প্ৰফুল্লিত কৰে। সমাজৰ লাগতিয়াল বেলেগ বেলেগ অঙ্গপ্ৰত্যঙ্গবোৰ ইয়াৰ দ্বাৰাই সম্পূৰ্ণৰূপে পুৰঠ হয়। সমাজৰ উন্নতিৰ নিমিত্তে এই শিক্ষাৰ সম্পূৰ্ণ আৱশ্যক। ছাত্ৰসভাই কেৱল সাহিত্যচৰ্চ্চাত সীমাবদ্ধ নাথাকি দেশৰ অভাৱবোৰ বুজি তাৰ নিবাৰণৰ কাৰণে যত্ন কৰাও উচিত। এই কাৰণে ছাত্ৰ সম্মিলনে ছাত্ৰসকলক চিত্ৰ অঁকা আদি কামত সদায় উৎসাহ দিব লাগিছে।

জন্মভূমিৰ উঠি অহা সন্তান আপোনাসকলে আজি স্বদেশ-সেৱাৰূপ ব্ৰতেৰে ব্ৰতী হৈ এই মিলনমন্দিৰত গোটখাইছেহি। ভাবি চাব আপোনাৰ জন্মভূমিৰ অতীত গৌৰবৰ কথা। যি দেশ এ সময়ত জ্ঞান চৰ্চ্চাৰ কেন্দ্ৰ আছিল শৌৰ্য্য-বীৰ্য্যেৰে মণ্ডিত আছিল, যি দেশৰ প্ৰতি মন্দিৰ, প্ৰতি পৰ্ব্বত, প্ৰতি ধুলি কনাই অতীতৰ গৌৰৱকাহিনী আজিও ৰিঙিয়াই কব লাগিছে। ভাবি চাওক, সেই দেশ আজি অজ্ঞানতাৰ গভীৰ গহ্বৰত কলাজ্বৰ মেলেৰীয়াৰ আবাসভূমি। দেশৰ এই দুৰ্গতি দূৰ কৰা ভাৰ আপোনাসকলৰ ওপৰত, কৰ্ত্তব্যৰ এই গভীৰ আহ্বান, সম্মিলনৰ এই মহানদায়িত্ব মনত ৰাখি আপোনাসকলৰ কাম আৰম্ভ কৰক।



# সভাপতিৰ সম্ভাষণ।

প্ৰিয় ছাত্ৰ-বন্ধু সকল আৰু লগৰীয়া বাইজ—

ঈশ্বৰৰ ইচ্ছাত, এটি সমজুৱা মহান্ ভাবত আজি আমি এই ঠাইত সম্মিলিত হৈছোঁহঁক। এই সম্মিলনৰ উদ্দেশ্য অতি মহৎ। এই মহৎ মানে সততে আমি যেনে ধাৰণা কৰোঁহঁক, ঠিক তেনে নহয়;—এই মহৎ মানে অতি গভীৰ, অতি উচ্চ, অতি প্ৰশস্ত। ইয়াৰ গভীৰতাই পাতাল ভেদিছে, উচ্চতাই স্বৰগ চুইছে, প্ৰশস্ততাই জগত জুৰিছে। এনে এটি মহৎ উদ্দেশ্যে আজি শুভক্ষণত এই মহাসম্মিলন ঘটাইছে, যাৰ মহা আকৰ্ষণে এই অতি ক্ষুদ্ৰ ছিগা বেজীৰ মামৰে ধৰা আগ এটিকো টানি আনি আপোনাসকলৰ মাজত পেলাইছেহি। ক্ষুদ্ৰক মহৎ সাজি আত্ম-মহত্ত্ব দেখুৱাৰ মহান্ ভাবেৰে আজি আপোনাসকলে এই অভাজনক এই মহাসম্মিলনৰ সভা-পতি পাতি যি করুণভাৱে তেওঁক সম্মানিত কৰিছে, সেই বাবে তেওঁ হিয়াৰ সমল উবুৰিয়াই দোনমুৰীয়াকৈ থাপি এখনি শলাগৰ শৰাই বিনীত ভাৱে আপোনা সকললৈ আগ বঢ়াইছে; তাক নিজগুণে গ্ৰহণ কৰি যেন তেওঁক চৰিতাৰ্থ কৰে, তেওঁৰ এই বাঞ্ছা। এই সম্মান দানত আপোনা সকলে যি দয়া দেখুৱাইছে, সি নিশ্চয় নিঃস্বাৰ্থ ভাবৰ; কিন্তু শলাগৰ শৰাই আগবঢ়াওঁতাৰ উদ্দেশ্য তেনে নিৰ্ম্মল নহয়, তাত এফেৰি স্বাৰ্থৰ চেক্কা আছে,—সেই স্বাৰ্থ ক্ষমালাভ। কাৰণ, আজি এই অপাত্ৰই সভা পতিৰ পাত্ৰ হ্যলৈ গৈ যে হাঁহিয়াতৰ পাত্ৰ হ'ব, তাত লেশমানো সন্দেহ নাই· তাৰ প্ৰমাণ অলপ পাচৰ পৰাই আপোনাসকলে ক্ৰমাৎ পাই যাব।

এতেকে, ইমানৰে পৰা ক্ষমাভিক্ষালৈ আঁজলি পাতি আমনি কৰাৰ বাবেও যেন তেঁও ক্ষমা পায়। তথাপি আপোনাসকলে নিজ গুণে মানিছে যেতিয়া, তেও পটান হৈয়ো ধানৰ কাম দিবলৈ সাহ কৰি এই আসন লবলৈ আগ বাঢ়িছে। এতিয়া আহক, সকলোটিয়ে একেচিতীয়া হৈ জয়-জয়তে সিদ্ধিদাতা ভগৱন্তৰ চৰণত গোহাৰি কৰোঁহঁক, সেই ইচ্ছাময়ৰ ইচ্ছাত আমাৰ আজিৰ মহৎ উদ্দেশ্যৰ আগত লোৱা শুভকাৰ্য্য সুকলমে সম্পাদিত হয় যেন।

বক্তৃতাৰ পাতনি মেলাটো আজিকালি আমাৰ দেশ-দস্তুৰ, যদ্যপি ইংৰাজী দস্তুৰ ধৰোঁতাসকলে তাক চমু কৰিবলৈ শিকিছে। আমি সৰহভাগে কিন্তু সেই সাময়িক শিক্ষাৰ এতিয়াও ভাল গুণ ধৰাব পৰা নাই। গতিকে, আমাৰ পাতনিৰ দীঘ আগৰ সমানেই আছে, আৰু সেই সমানেই আৰু কিছুকাললৈ থাকিব। সেই পাতনিৰ পাতৰ আঁৰ লৈয়ে এই অপাত্ৰই তেওঁৰ উপস্থিত অসুবিধাৰ বিষয়ে আভাস দি থবলৈ এই খিনিতে ছেগ বিচাৰিছে, যাতে ইয়াৰ গুণত পাচত ক্ষমালাভ এফেৰি উজু হৈ পৰে। কোৱা বাহুল্য মাথোন যে, এই মিঃকিনৰ শক্তিতকৈ বিধিৰ উদ্দেশীয়া ভক্তিৰ বাব ভালেমান গুণে চৰা হৈ উঠিছে। যি সময়ত আজিৰ এই সম্মিলনৰ সভাপতিৰ বাব তেওঁৰ শিৰলৈ টৌৱাই আগবঢ়োৱা হয়, সেই সময়ত আন এটা তেনে গুৰুতৰ বাবৰ ভৰত তেওঁৰ মূৰ দোঁ খাই আছিল,—তেতিয়া আহোম কেন্দ্ৰ-সভাৰ কৰ্ত্তব্যাই তেঁওক তলনিয়াই থৈ ছিল। সেই একে সময়তে, আসাম এচোচিয়েচনৰ অহা বছেৰেকীয়া অধিবেশনৰ সভাপতিৰ বাবলৈকো মূৰ পাতিব লাগে বুলিও আদেশ অনুৰোধ আহি উপস্থিত। তদুপৰি, ৰণসংক্ৰান্ত কিছুমান ৰজাঘৰীয়া কাৰ্য্যৰ ভাৰে তেওঁক ভিৰখুৱাই থৈছেই। এনে অৱস্থাত এই সম্মিলনৰ সভাপতিৰ দায়ীত্ব ভাৰ লবলৈ আগ বঢ়াটো পোনেই অসম্ভৱ যেন লাগি-

ছিল ; পিচে, ছাত্ৰৰ লগত সততে যৈ-বৈ থকা এই জীৱনৰ সৰল সহানুভূতিয়ে ওপৰত কোৱা ভাবনা তত্তালিকে তল পেলালে,—এই নিশকতীয়াই এক আচৰিত শক্তিৰ বলত উত্তেজিত হৈ আজিৰ গধুৰ কৰ্ত্তব্যৰ ভাৰ মূৰ পাতি ধৰিলে। এতিয়া, শক্তিৰ নাটনি পৰিলেও যেন ভক্তিৰ নাটনি নপৰে, ঈশ্বৰৰ চৰণত এই প্ৰাৰ্থনা।

"আসাম ছাত্ৰ-সম্মিলনৰ"ৰ উৎপত্তিৰ বিষয়ে সবিশেষ আমি নাজানোঁক। এই মহৎ অনুষ্ঠানৰ বিষয়ে কাৰ মূৰত কেতিয়া কি ভাৱে খেলাইছিল তাৰ সম্ভেদো আমি নাপাওঁ। মাথোন, এই সম্মিলনৰ পোন-প্ৰথম অধিবেশন গুৱাহাটীত যেতিয়া হয়, তেতিয়া আমাৰ এই বিশ্বাস হৈছিল যে, সেইখন "অসমীয়া সাহিত্য সম্মিলনী", তাত নবীন আৰু প্ৰবীণ সকলো সাহিত্যিকৰ যোগ থাকিব, তাক সততে "আসাম এচোচিয়েচন"ৰ গঢ়িলা লৈ বছৰি পতা হব, ইত্যাদি। বাস্তৱতে পোনেই এনে ভাবেহে আমি ইয়াৰ সম্ভেদ্ পাওঁহঁক, আৰু সেই ভাবেই নিমন্ত্ৰণ পোৱাও মনত পৰে। দুৰ্ভাগ্য ক্ৰমে উপস্থিত হবগৈ পৰা নহল যদিও, সেই অধিবেশনৰ পাচত আচল তত্ত্ব পোৱা হয় যে, সেই সম্মিলন সুকীয়াকৈ ছাত্ৰ সকলৰ হে, তাত অভিভাবক বা ছাত্ৰ শ্ৰেণীৰপৰা বাদ পৰা বা বাজ হোৱা দলৰ ভাগ নাই, তাত ইবিলাকৰ সহানুভূতি মাথোন থাকিব ; আৰু তাত সাহিত্য চৰ্চ্চাৰ এদনীয়া দাও নাই, মাথোন "ছাত্ৰ সকলৰ সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি সাধন কৰা উদ্দেশ্যৰ যোগ থাকিব ;"—আন কি, "ইয়াত অসমীয়া অভিধান, ব্যাকৰণ, বা ভাষাৰ বিভিন্ন গঢ় লৈ বাদ প্ৰতিবাদও হব নোৱাৰে"। কিন্তু, এই সম্মিলনৰ জন্মৰ পূৰ্ব্বেই ইয়াৰ পোন প্ৰথম অধিবেশনৰ আগৰ বছৰতে ডিব্ৰুগড়ত বহা "আসাম এচোচিয়েচন"ৰ বছেৰেকীয়া অধিবেশনৰ সংসৰ্গত "অসমীয়া সাহিত্য সম্মিলনী'ৰ গুটী পচোৱা হৈছিল। পিচে, এই

ছাত্ৰসম্মিলন সেই গুটী পচোৱাৰ গছ নহয় বুলি চিন্ ওলোৱাত, ছাত্ৰ শ্ৰেণীৰ বাজ সাহিত্যিক সকলে সাহিত্য সম্মিলনী এখন সুকীয়াকৈ পাতিবলৈ আয়োজন কৰে। তাৰ ফলত আজি "আসাম ছাত্ৰসম্মিলন" আৰু "অসমীয়া সাহিত্য সম্মিলনী" নামে দুখন সুকীয়া সম্মিলনী আমাৰ লাভ হৈছে। ই আমালৈ বৰ সন্তোষ আৰু সৌভাগ্যৰ বিষয়। দুয়োখনি সম্মিলনীৰ উদ্দেশ্য একে জাতৰ, আৰু দুইৰো গঢ় একে বান্ধৰ। দুয়োখন সম্মিলনীৰ পৰা যে আমাৰ দেশৰ অশেষ উপকাৰ হব, তাক কোৱাৰ সকাম নাই। কিন্তু, এই দুইৰ ভিতৰত ছাত্ৰ সম্মিলনৰ সৃষ্টি নতুন. আৰু ইয়াৰ উদ্দেশ্য যুটীয়া কণাধাৰী। গতিকে, ইয়াৰ উদ্ভাৱক, প্ৰস্তাৱক আৰু প্ৰৱৰ্ত্তক বেচি প্ৰশংসাৰ পাত্ৰ। বয়সতো ই সাহিত্য সম্মিলনীতকৈ এবছৰৰ আগ হৈছে, কাৰ্য্যতো সেই অনুক্ৰমে আগ হব বুলি আশা কৰোঁহঁক। এই খিনিতে কাৰোবাৰ মনত এনে আসোঁৱাহ বাজি উঠিব পাৰে যে, ছাত্ৰই অভিভাবকতকৈ বয়সত আগ হয় কেনেকৈ! কিন্তু. আচৰিত মানিবলগীয়া কথা নহয়, অলপ টং কৰি চালেই বুজা যায় যে, ই নিচেই স্বাভাবিক কথা। কাৰণ, ছাত্ৰ হৈ হে অভিভাবক হয় গৈ; এতেকে সেই পাকত, ছাত্ৰ বয়সত অভিভাবকতকৈ আগ নহল জানো? সি যি হওক, আৰু বেলি শিৱসাগৰত পতা "অসমীয়া সাহিত্য সম্মিলনী"ৰ পোন্ প্ৰথম অধিবেশনত সভাপতিৰ সম্ভাষণত এই দুই সম্মিলনীৰ যুটীয়া উদ্দেশ্যৰ বিষয়ে যি উনুকিউৱা হৈছে, তাক সম্পূৰণকৈ বহলাই কাৰ্য্যত লগাবলৈ যেন দুয়ে সম্মিলনীৰ লক্ষ্য থাকে, এই বাঞ্ছা।

এতিয়া, সুকীয়াকৈ ছাত্ৰসম্মিলনৰ উদ্দেশ্যৰ উদ্দেশে দু-আষাৰ কব লাগে। "আসাম ছাত্ৰ সম্মিলন'ৰ নিয়মাৱলীয়ে কয় যে," সেই উদ্দেশ্য থাইকৈ তিনি থাপি। যেনে,—

(১) "সমূহ অসমীয়া ছাত্ৰৰ উন্নতিৰ অৰ্থে তেওঁবিলাকক যথা সম্ভৱ সুবিধা দি, গুটীয়া কাৰ্য্যত সহায়তা কৰা।'

(২) "তেওঁবিলাকৰ সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি সাধন কৰা।"

(৩) "স্কুল কলেজৰ শিক্ষাৰ ওপৰঞ্চি স্বৰূপে তেওঁবিলাকৰ মানসিক, আধ্যাত্মিক শাৰীৰিক শক্তিৰ পৰিচালনাত সহায়তা কৰা।"

প্ৰথম থাপি উদ্দেশ্যক উদ্দেশ্য বোলাৰ উপৰি, ছাত্ৰ-জীৱনৰ জীৱনী-মন্ত্ৰ বা সঞ্জীবনী শক্তি বুলিলে অত্যুক্তি নহব। কাৰণ, তাৰ বিহনে ছাত্ৰজীৱন স্বৰূপাৰ্থত টিকিব নোৱাৰে। সেই মন্ত্ৰ মুখস্থ নাথাকিলে ছাত্ৰজীৱনত খোজেপতি অপৰাধ মুগুচে। সেই শক্তি সবল নাথাকিলে ছাত্ৰজীৱন বাঢ়িবৰ সম্ভাৱনা নাই। "গুটীয়া কাৰ্য্যত সহায়তা কৰা" প্ৰত্যেক ছাত্ৰৰে স্বকীয়া লক্ষ্য; আন কি, "সমূহ ছাত্ৰৰ উন্নতিৰ অৰ্থে সুবিধা দিয়া" কাৰ্য্যেও পাকলাগি সেই গুটীয়া কাৰ্য্যতে সহায়তা কৰে। এই কাৰ্য্যৰ আৰ্হি সাংসাৰিক জীৱনত ঠিক এই দৰে পোৱা যায়;—যেনে, পৰিয়ালক পালিবলৈ কৰা যত্নতে নিজেও প্ৰতিপালিত হোৱা যায়; জাতিৰ উপকাৰ চিন্তোঁতে নিজৰো উপকাৰ চিন্তা কৰা হয়; জাতীয় উন্নতি সাধন কৰোঁতে নিজৰো উন্নতি সাধিত হয়। এই কথা ইয়াতকৈ উজু কৰিবৰ অৰ্থে ইয়াৰ ব্যাখ্যা বহলাবৰ সকাম নেদেখোঁ; কিয়নো ছাত্ৰ সকলে যোৱা দুবছৰত এই কথাৰ কাৰ্য্যতঃ প্ৰমাণ পাই আহিছে। তথাপি কব লাগিলে, সমূহ ছাত্ৰৰ উন্নতিৰ অৰ্থে যি সুবিধালৈ সম্মিলনৰ উদ্দেশ্যই ঠাই থৈছে, সেই সম্পৰ্কত আৰু একেযাৰ দুহাৰি কবলৈ এই আছে যে, সাধাৰণতে সম্মিলনৰ ধৰ্ম্মই হৈছে সেই। অৰ্থাৎ, সমূহক সুবিধাদি তাৰ লাটতে গুটীয়াৰ উপকাৰ কৰাটোৱেই সম্মিলনৰ ধৰ্ম্ম, আৰু তাক পালন কৰাই ইয়াৰ কৰ্ম্ম। ছাত্ৰ-সম্মিলন হে নালাগে আন সকলো সম্মিলনেই সেই একে জাতৰ আৰু সেই একে বান্ধৰ। সামাজিক,

ৰাজনৈতিক, ধৰ্ম্মবিষয়ক সকলো সম্মিলনৰেই মুখ্য উদ্দেশ্য হৈছে, সমূহক সুবিধা দি সমূহ আৰু গুটীয়া জীৱনৰ উন্নতি সাধন কৰা। আজিকালি সকলো উন্নত সমাজৰ ধৰণী হৈছে সম্মিলন, সকলো ওথথাপৰ ৰাজনীতিৰ ভেঁটী হৈছে সম্মিলন, সকলো সত্য আৰু পবিত্ৰ ধৰ্ম্মৰ গঢ়িলা হৈছে সম্মিলন। সভ্য আৰু শিক্ষিত জাতিৰ কথা কবই নালাগে, অসভ্য' আৰু অশিক্ষিত জাতিৰ মাজতো সম্মিলনৰ আবিৰ্ভাৱ আৰু প্ৰাদুৰ্ভাৱ চিৰকাল চলি আহিছে। আপোনাসকলৰ ভিতৰত যি সকলৰ পৰ্ব্বতীয়া আৰু গাৱলীয়া মানুহৰ জাতীয় জীৱনৰ বিষয়ে অভিজ্ঞতা আছে সেই সকলে এই ঠাৰতে কোৱা কথা বহলাই বুজিবলৈ টান পোৱা নাই চাগৈ। পৰ্ব্বতীয়া জাতিৰ মেল-ছোৱান, গাৱলীয়া সমাজৰ চালিচ্-পঞ্চায়ত, শিক্ষিত নগৰীয়াৰ সভা-সমিতি এই বিলাক সম্মিলনৰ সৰু আহি নহয় যে কি? কোনে বাহুল্য মাথোন যে, শাসনপদ্ধতিৰ গাতো সম্মিলনৰ আহি বৰ্ত্তমান; এতেকে, "আসাম ছাত্ৰ-সম্মিলনৰপৰা সমূহ অসমীয়া ছাত্ৰৰ উন্নতিৰ অৰ্থে সুবিধা লৈ গুটীয়া কাৰ্য্যত সহায়তা আশা কৰাটো অসমীয়া ছাত্ৰৰ পক্ষে যে সঙ্গত হাবিয়াষ, তাক দুহাৰি কোৱাত বাজে তাৰ ধাত বঢ়োৱাৰ সকাম নাই।

সম্মিলনৰ শক্তি যেনে প্ৰবল, তাৰ কাৰ্য্যও তেনে প্ৰখৰ; আৰু তাৰ বিফলতাও বিৰল। "বাইজে নথ জোকাৰিলে নৈ বয়," "সৰহীয়াৰ ছাল-শিঙীয়াই হওক" এই দুই নীতি বাক্যই পাকলাগি তাকেই হে সমৰ্থন কৰে। আন কথাৰে কবলৈ গলে, এই সম্মিলিত শক্তিয়েই একতাৰ বল, যি বলৰ বিষয়ে আপোনাসকলে অনেক গ্ৰন্থ অনেক প্ৰবন্ধ লিখিছে আৰু পঢ়িছে: আৰু যি বিষয়টো আজি ইমান পুৰণি, ইমান চিনাকী আৰু ইমান ধকৰা হৈ পৰিছে যে, তাৰ সম্পৰ্কে পঢ়াশলীয়া সৰু সৰু ছাতৰেও দু-আষাৰ কব জনা হৈছে। শক্তিৰ সম্মিলন বা একতা যি একাগ্ৰতাৰ

প্ৰয়োজন, সেই একাগ্ৰতা ছাত্ৰজীৱনত ভৰপূৰ। এই বিষয়ে যথা ঠাইত আঁকো উনকিউৱা হব। এতেকে, ছাত্ৰশক্তিৰ সম্মিলনত যে অনেক অসাধাৰণ কাৰ্য্য সাধিত হব পাৰে, আৰু তাৰ বিফলতাও যে বিৰল তাক পাগুলিবৰ সকাম নাই। ছাত্ৰৰ সম্মিলিত শক্তিৰ দ্বাৰা পৃথিবীত যিবিলাক মহৎ কাৰ্য্য সম্পাদিত হৈছে, তাৰ অলেখ পটন্তৰ আপোনাসকলে গ্ৰন্থাদিত অহৰহে পাইছে।

এই থিনিতে ছেগ বুজি এই সম্মিলনৰ ছাত্ৰমণ্ডলীক সিবিলাকৰ এটি বৰ লাগতিয়াল সঙ্কল্পলৈ সোঁৱৰাই দি, একেষাৰ কোৱা যায় যে, "Social Service League" বা "সমাজ সেৱক সমিতি" বুলি সম্মিলিত ছাত্ৰশক্তিৰ এটি সুঁতী বোৱাই অসমীয়া সমাজ ক্ষেত্ৰৰ ক্ৰমোন্নতি সাধিবলৈ যি সুপ্ৰস্তাৱ চলিছে তাক সোনকালে কাৰ্য্যত লগাবলৈ যুগুত দিহা হয় যেন। ৺মহাত্মা গোখেলৰ দ্বাৰা প্ৰতিষ্ঠিত "Servants of India Society" ইয়াৰ আহি হোৱা বাঞ্ছনীয়। এই শক্তিসুঁতীৰ আগত ছাত্ৰৰ কৰ্ত্তব্য ভালেমান জিলিকি আছে। তাৰ ভিতৰৰ ঘাই ঘাই গোটাচেৰেকলৈ আঙুলিয়াই মাথোন দিয়া যায়; যেনে, (১) গাৱঁলীয়া স্বাস্থ্যৰ উন্নতি বিধানৰ অৰ্থে ছেগ বুজি উপদেশ আৰু কাৰ্য্যৰ পটন্তৰে সৈতে সহায়তা কৰা; (২) খেতি পথাৰ, বেহাবেপাৰ, শ্ৰমশিল্প ইত্যাদিৰ উন্নতিৰ সাধিবলৈ অশিক্ষিত গাৱঁলীয়া সমাজক চল পালেই সাৰুৱা উপদেশেৰে উদগনি দিয়া; (৩) অসম দেশৰ এৰি, মুগা, পাট, মেজাঙ্কৰি আদি অতি উত্তম আৰু বহু মূলীয়া সূতা আৰু তাৰ দ্বাৰা যুগুত কৰা বিচক্ষণীয়া কাপোৰ কানিৰ বেহাবেপাৰ আৰু ব্যবহাৰৰ পৰি-যোৱা কাৰবাৰ আকৌ তুলিবলৈ বৰ্ত্তমানৰ বিজতৰীয়া (degenarated) অসমীয়া সমাজক বুদ্ধি পৰামৰ্শ দিয়া; (৪) অসমীয়া তিৰোতাৰ হাতৰ কাম, অসমীয়া গৃহিণীৰ সবাতোভাল গুণ, অসমীয়া জীয়াৰীৰ সৰ্ব্বোচ্চ সাংসাৰিক মহলাৰ বিষয় অসমীয়া শিপিনী

কাৰ্য্যৰ শ্ৰীবৃদ্ধিৰ অৰ্থে ঘৰে পৰে উৎসাহ আৰু উপদেশ দিবলৈ ছেগ লোৱা; (৫) অসমীয়া সমাজত অন্ধবিশ্বাস বা কুসংস্কাৰে ঘটোৱা অপায় অমঙ্গল আদি খণ্ডাবলৈ অশিক্ষিত মানুহক জ্ঞানৰ পোহৰেৰে প্ৰকৃত তত্ত্ব দেখুৱাই দি সমাজ-সংস্কাৰ সাধিবলৈ সুযোগ বিচৰা; (৬) গাওঁলীয়া মানুহৰ মাজত পাঠক সমাজ ( Reading Public ) গঠন কৰাই তাত দেশৰ আৰু সমাজৰ উপকাৰী সজ গ্ৰন্থ, সজ প্ৰবন্ধ, কাতৰি কাকত আছি পঢ়াৰ বাপ বহুৱাবলৈ পাৰ্য্যমানে চেষ্টা কৰা; (৭) গাওঁলীয়া লৰা আৰু অভিভাৱকৰ মনত ধৰাবন্ধা শিক্ষাৰ (Compulsory education ) বাগি বহুৱাবলৈ যত্ন কৰা; ইত্যাদি। ইয়াত বাজেও, এনে অনেক কৰ্ত্তব্য আছে, যিবোৰ আপোনাআপুনি কাৰ্য্যক্ষেত্ৰত আপোনাসকলৰ চকুত পৰি গৈ থাকিব। এনেবিলাক উদ্দেশ্য "Social Service League" নামে যি সেৱক-সমিতি "আসাম ছাত্ৰসম্মিলনে" গঠিত কৰিবলৈ পাঙ্গিছে, সি যে দেশ হিতকৰ এটি মহৎ অনুষ্ঠান তাত অলপো সন্দেহ নাই। বৰ সুখৰ বিষয়, এই সম্মিলনৰ নিৰ্দ্ধাৰিত কাৰ্য্যৰ সামৰণিৰ পাচত, এই মণ্ডপতে সেই সমিতি গঠনৰ বিষয়ে আলোচনা কৰা যাব বুলি ছাত্ৰনেতা এভাগৰপৰা আগধৰি জানিবলৈ পোৱা গৈছে; আশা কৰোঁ, ইয়াৰ নিয়ম প্ৰণালী বান্ধোনত উপস্থিত সমজুৱাৰ বিজ্ঞলোক সকলৰ পৰা ছাত্ৰসকলে সহানুভূতি আৰু সজ পৰামৰ্শ লাভ কৰিব।

কিন্তু, এইখিনিতে এফেৰি সতৰ্ক হবলগীয়া যে, সমূহৰ কৰ্ত্তব্য পালন কৰোঁতে যেন গুটীয়াৰ কৰ্ত্তব্যলৈ পিঠি দিয়াটো কেতিয়াও নহয়। কিয়নো, যি গুটীয়াকৈ গা কৰিব নোৱাৰে, তাৰ সহযোগিতাই সমূহৰ শ্ৰীবৃদ্ধিত ভাল গুণ দিব নোৱাৰে। ছাত্ৰৰ গাত এই কথা বিশেষকৈ ফলিয়ায়। যি ছাত্ৰই সমূহৰ কামত উধাতু হৈ লাগি সুকীয়া শিক্ষালৈ আওকাণ কৰে, সেই ছাত্ৰই প্ৰথমতে গুটীয়াকৈ আগুৱাব নোৱাৰি পিচ পৰে; সেহত

ঢেঁউ সমূহৰ লগত উধাবলৈকো অপাৰগ হয়। গতিকে, সেই ছাত্ৰৰ সেই ধাউতিৰ পৰা দুৰ্কীয়া আৰু সমূহীয়া লাভতকৈ ক্ষতি বেচি হয়। বৰ সন্তোষৰ কথা যে, এতিয়ালৈকে "আসাম ছাত্ৰসম্মিলন"ত এই আশঙ্কাৰ কেৰোণে ধৰা আমি দেখা নাইহঁক। যোৱা দুবছৰে এই সম্মিলনে গন্তব্য বাটে যি দৰে আগুৱাইছে, তাৰ আভাসৰ পোহৰেৰে চাই পঠিয়ালে ইয়াৰ ভবিষ্যত বৰ পোহৰ দেখা যায়।

দ্বিতীয় খাপি উদ্দেশ্যৰ সম্বন্ধ হৈছে ছাত্ৰসকলৰ সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি সাধন কৰা। এইখাপি উদ্দেশ্য প্ৰথম খাপিৰ সৰাতোভাল লক্ষ্যস্থল বুলিলে বঢ়াই কোৱা-নহব। গুটীয়াৰ উন্নতিৰে সমূহক আৰু সমূহৰ উন্নতিৰে গুটীয়াক সহায়তা কৰা এই দুয়োতে দ্বিতীয় উদ্দেশ্যৰ অধিকাৰ অধিক। ছাত্ৰজীৱনেই সাহিত্যিক জীৱনৰ গা-গজালি। এই গজালিৰ পৰাই গছ, আৰু সেই গছৰ-পৰাই গুটী। আন হাতে, গছ চাই হে গুটী, আৰু গজালি চাই হে গছ। গতিকে, গজালিৰ গঠনৰ ওপৰত হে গুটীৰ গুণাগুণে ঘাইকৈ নিৰ্ভৰ কৰে। এতেকে, জাতীয় সাহিত্য—গছৰ শ্ৰীবৃদ্ধি সাধি তাৰপৰা উন্নত আৰু পৈণত ফল পাবলৈ হলে, প্ৰথমে ছাত্ৰ-গজালিৰ গুৰিত সাহিত্যৰ সাৰশক্তি যতনেৰে যোগাব লাগে। গজালিৰ কুমলীয়া গাত যাতে কেৰোণে ধৰিবলৈ নাপায়, তাৰ নিমিত্তে সততে সতৰ্ক থাকিব লাগে। মুঠতে গছ হৈ দুঠালৈকে গজালিয়ে যুগুত আপুডাল পাব লাগে। পিচে, সেই সাৰশক্তি নো কি, আৰু তাক কি প্ৰণালীৰে যোগান দি, কিভাৱে গজালিৰ সাৱধান লোৱা যুগুত?—সেই সাৰ হৈছে সাহিত্য-চৰ্চ্চাৰ আভাস, তাক যোগান দিয়াৰ প্ৰণালী হৈছে ছাত্ৰৰ দৈনন্দিন অধ্যয়নৰ লগৰীয়াকৈ তাৰ অনুশীলন বঢ়োৱা, আৰু সতৰ্কতাৰ বিধিমতে সেই অনুশীলন এনে বান্ধৰ হব লাগে, যাতে অধ্যয়নৰ অপৰাপৰ অঙ্গলৈ পিঠি দি

ছাত্ৰই অকল সাহিত্যিক চৰ্চ্চাৰ বাটে ছুঁয়াকাটি নাযায়গৈ। অৱশ্যে, যি ছাত্ৰৰ স্বাভাবিক ধাপ্ এই বিষয়ত প্ৰবল, তেওঁৰ ধাউতি সেইফালে কোবাল নহৈ নোৱাৰে। তাৰ পৰা সেই ছাত্ৰৰ অনিষ্ট নহৈ কালত গুটীয়াৰ আৰু সমূহৰ ইষ্ট লাভ হবলৈহে আছে। বিশেষতঃ, যাৰ সেই ধাপ্ আজন্ম, তেওঁৰ সেই ধাউতিও অবাৰিত। তাত ভেটা দিবলৈ গলে, প্ৰবাহিত নৈৰ দৰে সি ওপচনি হৈ পাৰ-বাগৰি কাষৰীয়া ক্ষেত্ৰ ক্লোৱাই ৰবলৈ ধাঁৱৰ। তাৰপৰা গুটীয়াৰ আৰু সমূহৰ লাভ হবলৈকো আছে, ক্ষতিৰ আশঙ্কাও নুগুচে। লাভ এই যে, আজন্ম প্ৰতিভাই প্ৰতিভাত হবলৈ অবাৰিত বাট পালে সি সংসাৰত অসাধাৰণ উদাহৰণ থিয় কৰাব পাৰে; ক্ষতি এই যে, সংসাৰৰ পাকত মুঘুৰা স্বভাবজ কোবাল সাহিত্যিক শক্তিয়ে থল বুজি ওখচাপৰ ভেঁটা চেৰাই ৰবলৈ নাপালে, অপৰিমিত বোৱনৰ ফলত সোনকালে মূলত সাৰ শক্তি শূন্য হৈ অকালত সি অস্তিত্ব হেৰোৱাৰো আশঙ্কা থাকে। দুয়োবিধৰ পটন্তৰৰঅভাৱ নাই; আৰু তেনে পটন্তৰ এই বক্তাতকৈ বোধকৰোঁ আপোনাসকলে সৰহকৈ হে দিব পাৰিব। গতিকে, বক্তৃতাৰ দীঘ্ বঢ়োৱাৰ ভয়ত তাৰ পৰা ক্ষান্ত হোৱা গল। ছাত্ৰৰ সাহিত্যিক শক্তিয়ে যে সংযতভাৱে বাট পোৱা বিধেয়, সংসাৰৰ অভিজ্ঞতা থকা জ্ঞানীজনে তাত ভুল নাই বুলি কয়। এনে সংযতভাৱে বাট পোৱা ছাত্ৰৰ সাহিত্যিক শক্তিয়ে কালত দেশৰ অশেষ কল্যাণ সাধন কৰাৰ পটন্তৰ পৃথিবীৰ বুৰঞ্জীত বুৰি বুৰিকৈ পোৱা যায়। তাৰ ভিতৰৰ এটি মাথোন আপোনাসকলৰ নিজৰ দেশৰ নিজৰ ঘৰৰ সুপৰিচিত পটন্তৰ দাঙ্গি ধৰোঁ,—তেওঁ অসমীয়া সাহিত্যৰ ওজা ৺ মহাত্মা হেমচন্দ্ৰ বৰুৱা। কাবলতিৰ তলত লুকাই ইংৰাজী সাহিত্যৰ আদিপাঠ লৈ পাদ্ৰী চাহাবৰ ওচৰত ইংৰাজী শিকি, আৰু সেই ছেগতে চাহাবক অসমীয়া শিকাই পণ্ডিত হোৱা হেমচন্দ্ৰই অসমীয়া আৰু ইংৰাজী

সাহিত্যত যি অসাধাৰণ ব্যুৎপত্তি লাভ কৰিছিল, তাক আপোনাসকলে বেচকৈ জানে। সেই হেমচন্দ্ৰ বৰুৱাই স্কুল-কলেজ দেখা নাছিল যদিও তেওঁ ছাত্ৰ; কাৰণ 'ছাত্ৰ' শব্দৰ অৰ্থক আসাম ছাত্ৰ-সম্মিলনৰ নিয়মাবলীয়ে যি সীমাৰ ভিতৰত আটক কৰি ৰাখিছে, তাক এইখিনিত এই বক্তাই সেই ঠেক টোলৰ ভিতৰত থৈ সেই বিষয়ে কোৱা নাই। এই খিনিত ছাত্ৰ-জীৱন মানে মানুহৰ অধ্যয়ন আৰু শিক্ষাৰ. গোটেই কালটো বুলিহে ধৰা হৈছে; সেই কাল কোনো কোনো জনৰ পক্ষে আজীৱনো হব পাৰে।

ছাত্ৰ-সম্মিলনে ছাত্ৰৰ সাহিত্যক শক্তিৰ ক্ৰমোন্নতি কেনেকৈ সাধিব তাৰ অলপ আলচ পাতি চোৱা হওক। ছাত্ৰজীৱনত গুটীয়াকৈ যি সাহিত্যিক জ্ঞান লাভ হয়, সি নৰ্চচা বাঁহৰ নিচিনা ( Raw materdial )। কামত লগোৱাৰ আগলৈকে বাঁহ যি দৰে বাঁহেই হে, বিষয়ত বিয়াপি নপৰালৈকে সেই দৰে সেই জ্ঞান জ্ঞানেই হে। গোটা বাহ ফালি কাঠী কামী চাঁচি তাক সংসাৰৰ বিবিধ ব্যৱহাৰত লগালে হে তাৰ উপযোগিতা উপলব্ধি কৰা যায়; সেই দৰে গুটীয়া ছাত্ৰৰ সাহিত্যিক শক্তিও বিভিন্ন বিষয়ত লগালে হে তাৰ কাৰ্য্যকৰী গুণ বুজা যায়। বাঁহৰ উপযোগিতা ফলিয়াবলৈ যেনেকৈ বৈষয়িক কাৰ্য্যক্ষেত্ৰ, সাহিত্যিক শক্তিৰ বিকাশলৈকো তেনেকৈ সাহিত্য-চৰ্চ্চাৰ সম্বন্ধযুক্ত বিবিধ উদ্দেশ্যবিশিষ্ট সম্মিলনী। "আসাম ছাত্ৰ-সম্মিলনত" সাহিত্য অস্ত্ৰেৰে চাঁচিব লগীয়া যিবিলাক বিষয় আগত লোৱা হৈছে, সেইবিলাক বিষয় চৰ্চ্চা আৰু আলোচনাত ধৰিবলৈ গ্ৰন্থ, প্ৰবন্ধ, কবিতা, সঙ্গীত ইত্যাদি ৰচনাৰ নিয়ম বন্ধা হৈছে; পাৰ্য্যমানে পুৰণি সাহিত্য-সম্পদ সংগ্ৰহ কৰি তাৰ সংস্কাৰ সাধন কৰাও ছাত্ৰসম্মিলনৰ আন এটা নিয়ম; লোপ পাবলৈ ধৰা অসমীয়া সাধু কথা, ফকৰা, যোজোনা, বিয়া-নাম, পূজা-প্ৰসঙ্গীয়া নাম, বিহুনাম, গৰখীয়া গীত এইবোৰ উদ্ধাৰ কৰি যতনেৰে ৰক্ষা কৰাও সম্মিলনৰ অন্যতম নিয়ম। এইবোৰ নিয়ম

পালন নকৰিলে আসাম ছাত্ৰসম্মিলনৰ মাজত টিকিবলৈ টান; গতিকে সেই নিয়মেই পাকলগাই ছাত্ৰৰ সাহিত্যিক শক্তিৰ ক্ৰমোন্নতিলৈ বাট চোঙ্গাই থৈছে। এনে পোণ, মুকুলি আৰু স্বৰূপ পথেদি যে ছাত্ৰৰ সাহিত্যিক শক্তিয়ে ক্ৰমাৎ উন্নতি লাভ কৰিব তাত সংশয় নাই।

সাহিত্য মাত্ৰেই সেৱনীয়। পৃথিবীৰ সমস্ত সাহিত্যত যাৰ অধিকাৰ তেওঁ পৃথিবীৰ প্ৰধান সন্তান; তেওঁ মানৱৰ জনক জননীৰ স্থানীয়। যি যিমানবিলাক সাহিত্যত অধিকাৰ লাভ কৰে সি সিমান সেই আদৰ্শ সন্তানৰ ওচৰ চাপে। কিন্তু, সকলো সাহিত্যত সমান যদিও, চৰ্চ্চাৰ স্থলত কাৰোবাৰ ৰুচিপ্ৰবৃত্তিয়ে কোনোবা সাহিত্য বেচিকৈ ঢাল লয়, আৰু সেই অনুযায়ী সেই জনৰ স্বকীয় সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি হ'বলৈ ধৰে। ইয়াৰ পটন্তৰৰ লেখ বঢ়াই বক্তৃতাৰ দীঘ্ নবঢ়াই আপোনাসকলৰ দেশৰে আপোনাসকলৰ ঘৰৰে এজন অসাধাৰণ পণ্ডিতৰ নাম লৈয়ে তাৰ অন্ত পেলাওঁ,—তেওঁ ৺মহাত্মা আনন্দৰাম বৰুৱা। ইংৰাজী সাহিত্যৰ সেৱক, ইংৰাজী সাহিত্যৰ সাজেৰে বিভূষিত আনন্দৰামৰ সংস্কৃত সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি কেনেকৈ হৈছিল, তাক আলচি চোৱাৰ বাব আপোনাসকলকে দিয়া গল, এই বক্তৃতাত তালৈ ঠায়ে নাটিব। এনেকৈ ছেগতে আৰু এজন মহা সাহিত্যিকৰ নাম লব পাৰি,—তেওঁ ৺মহাত্মা মেক্সমূলাৰ। এই জৰ্ম্মান ছাত্ৰজনৰ আকৌ সংস্কৃত সাহিত্যত কেনেকৈ সিমান ৰাপ্ বাঢ়িছিল, কেনেকৈ তেওঁ তাত অগাঢ় ব্যুৎপত্তি লাভ কৰি সংস্কৃত সাহিত্যিক শক্তিৰ প্ৰভাৱে জগতক চমক্ লগাইছিল, সি কৌতুহলৰ বিষয়। সেই বিষয়েও আপোনাসকলে এই সম্মিলনৰ নিৰ্দ্ধাৰিত সময়ৰ পাচত আলচি চাবলৈ আগবঢ়াই দিয়া হল।

তৃতীয় খাপি উদ্দেশ্য তিনিমূৰীয়া,—"মানসিক, আধ্যাত্মিক আৰু শাৰীৰিক শক্তিৰ পৰিচালনাত সহায়তা কৰা"। মানৱজীৱনৰ যেনে

থাপিত মানুহ তিনি মূৰীয়া হয়গৈ, ছাত্ৰ-সম্মিলনৰ তেনে থাপিতে তাৰ উদ্দেশ্য উক্ত তিনি শক্তিত তিনি মূৰীয়া হৈছে। কিন্তু, এই বক্তৃতাত সেই তিনিৰ শাৰীৰিক শক্তিক আগত লৈ, মানসিকক মাজত থৈ, আধ্যাত্মিক শক্তিক শেহলৈ নি, "আসাম ছাত্ৰ-সম্মিলন"ৰ নিয়মাবলীত বন্ধা এই থাপি উদ্দেশ্যৰ সূত্ৰত অলপ সাল-সলনি ঘটোৱা হব। কিয়নো, শৰীৰেই মন আৰু আত্মাৰ জিৰনিৰ স্থল; শৰীৰৰ বল বৃদ্ধিয়ে মনক সবল কৰে, আৰু সবল মনে আত্মাক বলী কৰে। শৰীৰ দুৰ্ব্বল হলে মনো দুৰ্ব্বল হয়, আৰু মনৰ দুৰ্ব্বলতাই আত্মাকো দুৰ্ব্বল কৰে। সেই কাৰণে, শাৰীৰিক শক্তিৰ ক্ৰমোন্নতি আটাইতকৈ আগ, মানসিকৰ মাজ আৰু আধ্যাত্মিক শক্তিৰ উন্নতি শেহ কৰি চলাটো বেচি স্বাভাবিক যেন বোধ হয়। প্ৰাচ্যশিক্ষা-পদ্ধতিত ইয়াৰ বিপৰ্য্যয় ঘটিলেও, পাশ্চাত্য পদ্ধতিত এই নিয়ম নিয়াৰিকৈ পালন কৰা দেখা যায়। আৰু এই বিভিন্ন পদ্ধতিৰ গুণানুসাৰেই প্ৰাচ্য আৰু পাশ্চাত্য ছাত্ৰৰ জীৱন গঠনতো হীন-ডেঢ়ি ঘটে। মানসিকক মাজৰপৰা এফলীয়াকৈ থৈ, যদি শাৰীৰিক আৰু আধ্যাত্মিক শক্তিৰ জোখত সুকীয়াকৈ জুখি যোৱা যায়, তেন্তে শাৰীৰিকত পাশ্চাত্য আৰু আধ্যাত্মিকত প্ৰাচ্য ছাত্ৰই গধুৰ বোলাব। তাৰ ফলস্বৰূপ, আজি-কালি সততে দেখা যায় যে, পাশ্চাত্য ছাত্ৰ হৃষ্টপুষ্ট, আৰু প্ৰাচ্য ছাত্ৰ জীৰ্ণ-শীৰ্ণ। স্কুল-কলেজৰপৰা ওলই সংসাৰত সোমাবৰ সময়ত পাশ্চাত্য ছাত্ৰ সবল, আৰু প্ৰাচ্য ছাত্ৰ দুৰ্ব্বল। সেই অনুক্ৰমে সি-বিলাকৰ সাংসাৰিক জীৱনৰ প্ৰতিপত্তিতো হীন-ডেঢ়ি আছে। আগৰ দিনত অৱশ্যে প্ৰাচ্য ছাত্ৰৰ পক্ষে এই ৰীতি অহিতকৰ নাছিল; বৰঞ্চ তাৰ গুণত তেতিয়া সিবিলাকে প্ৰতিপত্তি হে লাভ কৰিছিল। কিন্তু, এতিয়া সেই দিন নাই, পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ ইয়াত এক অপূৰ্ব্ব আধিপত্য চলিছে; গতিকে প্ৰাচ্য ছাত্ৰই আজিকালি সেই কালৰ ৰীতি সম্পূৰ্ণে এৰাটো বিধেয়

নহয় যদিও, তাৰ সাময়িক সাল-সলনি ঘটাব লগা হৈছে,—প্ৰাচ্য আৰু পাশ্চাত্যৰ সামঞ্জস্য ঘটাই এটি অভিনৱ পন্থা অবলম্বন কৰিবৰ দিন পৰিছে। সেই সামঞ্জস্যৰ কথা উন্নুকিউৱা হে হল, তাৰ বহুল ব্যাখ্যা আন এটা ছেগত সুকীয়াকৈ আন এগৰাকী বিজ্ঞতম বক্তাৰ পৰা লাভ কৰিবলৈ আপোনাসকলৰ মনত থাকে যেন ; কাৰণ আন কথা প্ৰসঙ্গত কৈ পাল মৰা বিধৰ বিষয়-ই নহয়। সেই বুলি যে সেই বিষয়ত নিশ্চেষ্ট হবলৈ কোৱা গৈছে, এনে নাভাবিব ; বৰঞ্চ তাৰ আভাসমাত্ৰ আগত লৈ চলিলেও সেই বাঞ্ছিত সামঞ্জস্য স্বভাৱতে লাভ নহৈ নাথাকে। কিন্তু দেশ-কাল পাত্ৰভেদে অগা-পিচা হলেও, ওপৰত কোৱা তিনিও বিধ শক্তিৰ পৰিচালনা যে ছাত্ৰজীৱনত হব লাগে, তাত সন্দেহ নাই, মাথোন আধ্যাত্মিক শক্তিৰ পৰিচালনা নিয়মীয়া কৰি, শাৰীৰিক আৰু মানসিক শক্তিৰ কাৰ্য্যক্ষেত্ৰ পাৰ্য্যমান বহলাবলৈ চাব লাগে। প্ৰকৃতপক্ষে আধ্যাত্মিক শক্তি বা চিন্তা যি, তাৰ কাৰ্য্যক্ষেত্ৰ ছাত্ৰজীৱন নহয়, সাংসাৰিক জীৱনবো শেহছোৱা হে। ছাত্ৰজীৱনত আধ্যাত্মিক চৰ্চ্চা ইমানেই যথেষ্ট, যাৰ দ্বাৰা ছাত্ৰৰ চৰিত্ৰ সংগঠিত হব পাৰে। গতিকে, এই বক্তৃতাত সেই বিষয়ে বহুল ব্যাখ্যা শুনিবলৈ আশা নৰখাই ভাল, বিশেষতঃ, আধ্যাত্মিকত এই বক্তাৰ অধিকাৰ এতিয়াও বহুল নৌ হয় এথোন। এই প্ৰসঙ্গত তেওঁ ইমানকে মাথোন সঙ্কেত দিব খোজে যে, "আসাম ছাত্ৰ-সম্মিলন"ৰ পোন্ প্ৰথম অধিবেশনত তাৰ সুবিজ্ঞ সভাপতিৰ সম্ভাষণত আধ্যাত্মিক তত্ত্ব আপোনা-সকলে যি পাই থৈছে, তাক নিজা কৰি লব পাৰি লও সেই বিষয়ক জ্ঞান ছাত্ৰজীৱনৰ আৱশ্যকতাতকৈও অধিক হে হব। কিন্তু, ছাত্ৰজীৱনত শাৰীৰিক আৰু মানসিক শক্তিৰ পৰিচালনা যে সমভাৱে হোৱা উচিত তাক ছুহাৰি কোৱা যায়। আন কি, এই সম্পৰ্কত প্ৰাচ্য আৰু পাশ্চাত্যৰ ভেদাভেদো নাই, দুয়োবিধ ছাত্ৰৰ পক্ষে এই নিয়ম অপৰিহাৰ্য্য। পিচে

পাশ্চাত্য ছাত্ৰই তাক মানিছে দেখি আজিকালি সিবিলাক সততে সবল আৰু দীৰ্ঘায়ু, আৰু প্ৰাচ্যছাত্ৰে তালৈ অৱজ্ঞা কৰে কাৰণে ইবিলাক সাধাৰণতে দুৰ্ব্বল আৰু অল্পায়ু। দীৰ্ঘায়ুৰ পটন্তৰ দিবলৈ হেবাথৰি খোৱাৰ সকাম নাই ; অল্পায়ুৰ উদাহৰণ আপোনাসকলৰ স্মৃতি-ভক্তিৰ অধিকাৰী ৺আনন্দৰাম ঢেঁকিয়াল ফুকন, ৺আনন্দৰাম বৰুৱা, আৰু গোপালকৃষ্ণ গোখেল এই তিনিজন অসাধাৰণ প্ৰতিভাশালী ভাৰত সন্তানৰ নাম ললেই যথেষ্ট হব। শাৰীৰিক আৰু মানসিক শক্তিৰ পৰিচালনা সমানে হবলৈ নোপোৱাৰ পৰাই যে প্ৰতিভাৰ সেই বন্তি তিনটি অকালত নুমাল, তাত সন্দেহ নিচেই নাই। কিন্তু, এটা জটিল প্ৰশ্ন এই হব পাৰে যে, সেই সকলৰ নিচিনা-গুনী, জ্ঞানী আৰু প্ৰতিভাশালী পুৰুষে নো সেই সাধাৰণ নীতি নুবুজিছিল নে ? বুজিছিল যদি কিয় তালৈ সিবিলিকৰ আওকান হৈছিল ? ইয়াৰ উত্তৰ অলপ পাচতে আপোনাআপুনি ওলাই পৰিব।

আসাম ছাত্ৰসম্মিলনৰ "নিয়মতন্ত্ৰত ব্যবহৃত 'ছাত্ৰ' শব্দটোৱে কোনো বিদ্যালয়ৰ শিক্ষাৰ্থী দলত নামভুক্ত জনক হে বুজায়"। আৰু তাৰ আগেয়ে আৰুম্ভণতে এইটোও সৈ লোৱা হৈছে যে, "এই সম্মিলনত কোনো ৰাজ-নৈতিক আলোচনা হব নোৱাৰে"। গতিকে, সেই মতে ছাত্ৰ-শিক্ষাত সংসাৰৰ কিছুমান শ্ৰেষ্ঠ আৰু লাগতিয়াল বিষয় বাদ পৰি যায়, যিবিলাক বিষয়ৰ অনুশীলন আৰু কাৰ্য্য ছাত্ৰ-জীৱন পাৰ হৈ ধৰিবলৈ থোৱা হৈছে। এই নিয়ম-তন্ত্ৰ আজিৰ নহয়, আসাম ছাত্ৰ-সম্মিলনে ইয়াৰ অৱতাৰণা নতুনকৈ কৰা নাই,—ই প্ৰাচ্য সমাজৰ পুৰণি কলীয়া নীতি। এই নীতি আজিৰ প্ৰাচ্য ছাত্ৰসমাজে যি ভাবে আগত লৈছে, ইয়াৰ পূৰ্ব্ব পুৰুষতে ইয়াক সেই ভাৱেই বা তাতকৈও নিমজকৈ পালন কৰা হৈছিল। কিন্তু আজিৰ সংসাৰত এনে কিছুমান অতি লাগতিয়াল আৰু দায়িত্বপূৰ্ণ বহুল বিষয় আছে, যাক সহজে আৰু সোনকালে আৰম্ভ কৰি উঠা টান। অথচ,

দেশৰ অভাৱ আৰু অৱস্থা চাই দেশ হিতৈষিতাৰ আলোচনা আৰু অনু- শীলনলৈ যথেষ্ট সময় আৰু সুবিধা দিবও নোৱাৰি, বা স্বদেশপ্ৰেমিকে সেই অভাৱ আৰু অৱস্থা চাই সময় আৰু সুবিধালৈ বাট চাবও নোৱাৰাত পৰে। গতিকে, ভোকত ভাতৰ গৰাহ ডাঙৰ কৰি মুখ ফলাৰ দৰে, অনেকে শক্তিৰ অতিৰিক্তকৈ দেশহিতকৰ কাৰ্য্যত ধৰি অকালত স্বাস্থ্য হেৰুৱাই মৰ যাব লগাত পৰে। এই ৰীতিত প্ৰাচ্য সমাজৰ ৰাপ্ বেচি কাৰণেই প্ৰাচ্য ছাত্ৰৰ অকাল পতনৰ লেখ সৰহ। অসমৰত্ন ৺ আনন্দ ৰাম ঢেঁকিয়াল ফুকন, ভাৰতৰত্ন ৺ গোপালকৃষ্ণ গোখেল এই সকল তাৰ জলন্ত পটন্তৰ। আপোনাসকলে জানে, ৺ ঢেঁকিয়াল ফুকনৰ জীৱন-কাল মুঠেই ২৯ বছৰ। ইয়াৰ ভিতৰতে তেওঁ মানৱ জীৱনৰ আটাই-কেইওথাপি ( All the stages of human life ) পাৰ হব লগা হৈছিল। ইয়াৰ ভিতৰতে তেওঁ ছাত্ৰ, গৃহস্থী আৰু দেশহিতৈষীৰ আদৰ্শ পুৰুষ হৈ জিলিকি ছিল। ইয়াৰ ভিতৰতে তেওঁ যিমানথিনি মহৎকাম কৰি উঠিছিল, সেই দৰৰ সিমানথিনি কাম এটা সুদীৰ্ঘ জীৱনতো কৰি উঠা অনেকৰ পক্ষে সম্ভৱপৰ নহয়। দুখৰ বিষয়, আমাৰ দেশত আমাৰ ভাষাত আমাৰ জাতীয় সম্পূৰ্ণ জীৱন-চৰিত নাই; থকা হলে, আপোনাসকলে ৺ আনন্দৰাম ঢেকিয়াল ফুকনৰ সামাজিক, সাহিত্যিক আৰু ৰাজনৈতিক জীৱনৰ অসাধা- ৰণ কাহিনী পঢ়ি আনন্দত বিস্ময় মানিলে হেঁতেন। সামাজিক জীৱনত আনন্দৰাম গাৱঁলীয়াৰ লগত গাৱঁলীয়া, নগৰীয়াৰ সঙ্গত নগৰীয়া, চাহাবৰ মাজত চাহাবী ভাবৰ আছিল; এনে কি, এই সুকীয়া আচৰণৰ মানুহৰ লগত বহা-মেলাৰ ব্যৱস্থাও তেওঁৰ ঘৰত সুকীয়া আছিল,—গাৱঁলীয়া ভদ্ৰ- লোকক সোধোতে তেওঁ কঠ ঢৰা ব্যৱহাৰ কৰিছিল, নগৰীয়া বন্ধুৰে সৈতে বহোঁতে মূঢ়া-মাচিয়া ব্যৱহাৰ কৰিছিল, চাহাবসকলক সুধিবলৈ চাহাবী ধৰণেৰে সজোৱা সুকীয়া কুঠৰী ৰাখিছিল। সাহিত্যিক জীৱনত আনন্দ-

ৰাম ফুকনে অসমীয়া আৰু ইংৰাজী সাহিত্যত তেওঁৰ অধিকাৰৰ যি চিন থৈ গৈছে, তাক মন পাৰি চালেই আপোনাসকলে তেওঁৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ে স্বৰূপ ভাব লব পাৰিব,—তেওঁৰ "লৰা-মিশ্ৰ" পুথি বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ ভঁড়ালত অথিমী। ৰাজনৈতিক জীৱনতো ৺ ঢেঁকিয়াল ফুকন অসাধাৰণ প্ৰতিভাৰ এটি উজ্জ্বল বন্তি আছিল, যি কেইপৰ সেই বন্তি জ্বলিছিল, সেই কেইপৰত চেঁচুকীয়া ভেঁকুৰা অসম তাৰ পোহৰত ভকৃভকীয়াকৈ জ্বলিছিল,—অসমত বৃটিচ্ শাসনপদ্ধতি সংঘটন কৰোঁতা বিখ্যাত ৰাজনৈতিক পণ্ডিত মিল চাহাবৰ আসাম-শাসন-প্ৰণালী বিষয়ক ৰিপোৰ্টৰ এটি প্ৰধান অঙ্গ স্বৰূপে আনন্দৰাম ঢেঁকিয়াল ফুকনৰ শাসন-নীতি জ্ঞানৰ নিদৰ্শন অভগণ হৈ জিলিকি আছে। কিন্তু, হায়, অসময়ৰ সেই উজ্জ্বল বন্তি ছাত্ৰজীৱনৰ পাচত মুঠেই দহ বছৰমান হে জ্বলিয়েই অকালতে মুমাবলগীয়া হল! "সৰস্বতীৰ বৰপুত্ৰ" নাম পোৱা অসমৰ অগাঢ় পণ্ডিত ৺ আনন্দৰাম বৰুৱাৰ বিষয়েও সেই একে দশা। এই অসাধাৰণ জীৱনীৰ বিষয়ে চমুকৈ কৈও আপোনাসকলৰ সময় খৰচ কৰিবৰ মন নাই, কাৰণ এই জীৱনী ছাত্ৰসকলৰ উপস্থিত আলোচনাৰ বিষয় হৈ আছেই। ভাৰত-ৰত্ন গোপালকৃষ্ণ গোখেলৰো নাম ললেই তেওঁৰ অসাধাৰণ জীৱনীৰ বিষয়ে কোৱা হয়। কাৰণ, এই জনা-ক্ষণজন্মা পুৰুষৰ অকাল-বিয়োগ ঘটিবৰ সৰহ দিন হোৱা নাই, তেওঁৰ জীৱনীৰ সোৱঁৰনী আপোনাসকলৰ মনত তেজাল হৈয়ে আছে। আনন্দৰামৰ ৩৯ বছৰত আৰু গোখেলৰ ৪৯ বছৰত বিয়োগ ঘটে;—ই অকাল বিয়োগ নহয় নে? পিচে, ইয়াৰ কাৰণ কি? ইয়াৰ কাৰণ বৰ্ত্তমান প্ৰাচ্য প্ৰথাৰ দোষ নহয় নে? কিন্তু, সেই বুলি যে প্ৰাচ্য প্ৰথা নিন্দা কৰা হৈছে, তেনে ধাৰণা যেন গ্ৰহণ কৰা নহয়। বৰঞ্চ, প্ৰাচীন প্ৰাচ্য প্ৰথা সৰ্ব্বাঙ্গীন পৰিপাটী আছিল। তেতিয়াৰ ব্ৰহ্মচৰ্য্য শিক্ষাৰ বলত শাৰীৰিক, মানসিক আৰু

আধ্যাত্মিক তিনিওৰো সমভাৱে উৎকৰ্ষ সাধিত হৈছিল। তেতিয়া ৰাজ-যোগত শাৰীৰিক বিপুল উন্নতি লাভ হৈছিল। মানসিক উন্নতিয়েও তেতিয়া চৰম সীমা চুইছিল। আধ্যাত্মিক উন্নতিৰ কথা কবই নালাগে, সি প্ৰাচ্যপ্ৰথাৰ নিজস্ব গুণ। সেই কাৰণে প্ৰাচীন প্ৰাচ্য প্ৰথা অনুগামী সকলৰ ভিতৰত দীৰ্ঘজীৱী বীৰপুৰুষৰ আটক নাছিল; সৃষ্টিতত্ত্বগ্ৰাহী মান· সিক উন্নতিশীল মুনি-ঋষিৰ লেখ তাকৰ নাছিল; আধ্যাত্মিক উন্নতিত শীৰ্ষস্থান লাভ কৰা সিদ্ধপুৰুষৰ অভাবো নাছিল। মাথোন আজিৰ বিকৃত প্ৰাচ্য প্ৰথাই হে তাৰ অৱনতি ঘটাইছে; আৰু তাৰ প্ৰধান কাৰণ হৈছে পাশ্চাত্য বিলাসিতা। এই বিলাসিতাৰ ৰাগীত মতলীয়া হৈ, পূবৰ ভাৰতে পছিমৰ বিলাতী আৱ-ভাৱ, ৰীতি-নীতি, আচাৰ ব্যৱহাৰৰ সাজ সলাবলৈ যাওঁতে, ঘনচিৰিকাই ৰাজহংসৰ খোজ ধৰিবলৈ গৈ নিজৰ খোজো পাহৰি যি দশা পাইছিল, সেই দশা আজি প্ৰাচ্য সমাজৰ ভাগ্যত মিলিছে। পৰৰ দোষ এৰি গুণ লব নজনা অনুকৰণপ্ৰিয় জাতি মাত্ৰৰেই সেই দশা। আজিৰ প্ৰাচ্য প্ৰথা মতে ছাত্ৰজীৱনত চাকৰি বা জীৱিকাৰ উপযোগী সাধাৰণ বা বিশেষ বিষয়ক লিখা-পঢ়াত বাজে আন বিষয়ক শিক্ষা বা তাৰ অনুশীলন বৰ্জ্জিত। আজিৰ প্ৰাচ্য মন্ত্ৰ মতে, "পঢ়ে, পঢ়াই, ৰোৱে পীন, এই তিনি, নিশ্চিন্তে আন।" কিন্তু, ইয়াৰ ভাবাৰ্থ গ্ৰহণ কৰাত সেই নীতিৰ সেৱক সকলে সততে ভ্ৰম প্ৰমাদত পৰে; সেই ভ্ৰান্তিৰ ফল স্বৰূপে আজিৰ প্ৰাচ্য ছাত্ৰই জীৱিকা আৰ্জ্জনৰ উপযোগী লিখা পঢ়াৰ বাজে আন লাগতিয়াল বিষয়ক শিক্ষাত মন লগাবলৈ বাধা পায়,—ৰাজনৈতিক শিক্ষা তো চাৰি ঢাপৰ আঁতৰ! গতিকে, ছাত্ৰ জীৱন পাৰ হোৱা মাত্ৰকে সংসাৰৰ অপৰাপৰ লাগতিয়াল অথচ জটীল বিষয়ত অনাভুৱাকৈ ধৰিব লগাত পৰে:—তাৰ পৰিণাম অভাবনীয় ভ্ৰমপ্ৰমাদ আৰু অকাল নিৰ্ব্বাণ।

নিয়ম অমান্য কৰিব নোৱাৰি। আসাম ছাত্ৰ-সম্মিলনৰ নিয়মে দঢ়াই

কৈছে যে, সেই সমাজত ৰাজনৈতিক বিষয়ক আলোচনা কৰিব নাপায়। গতিকে, এই বিষয়ে দু-আষাৰমান কবলৈ এই বক্তাৰ প্ৰবল ইচ্ছা থকা স্থলতো তাৰপৰা ক্ষান্ত হোৱা গল। কিন্তু, ৰাজনৈতিক আলোচনা ছাত্ৰ সমাজত হব নাপায় কিয়, সেই বিষয়ে এনে সমাজত দু-আষাৰ বুজনি দিবলৈ গলেও কিয় দায় লাগে, তাকেহে সুধিবলৈ মন যায়। "ছাত্ৰ জীৱনত ৰাজনৈতিক শিক্ষা লাভ নোহোৱাত, অন্ততঃ তাৰ আভাসগ্ৰাহী হব নোৱাৰাত যে, পাচত বুঢ়া শালিকা দেশহিতৈষীয়ে ৰাজনৈতিক মাত লব লগাত পৰে, আৰু তাৰ ফলত সেই গুৰুতৰ বিষয়ে কেৰভাঙ্গি কথা কৰ নাজানি অনেকে অনেক বিধৰ প্ৰমাদ ঘটায় এই কথা কোনে নাজানে? পিচে, ৰাজনীতি শিক্ষা কৰিলে ছাত্ৰ-ধৰ্ম্ম নষ্ট যোৱা নীতি প্ৰাচ্য নে পাশ্চাত্য? পাশ্চাত্য ৰাজনৈতিক পুৰুষৰ জীৱনী আলোচনা কৰি চালে জনা যায় যে, সেইটো পাশ্চাত্য নীতি নহয়। হোৱা হলে, সৰহ-কৰ নালাগে, তাহানি ২৫ বছৰত মিঃ পীট চাহাবে বৃটিচৰাজৰ প্ৰধান মন্ত্ৰীৰ আসন লোৱা, আৰু আজি মিঃ মণ্টেগু চাহাবে ৩৭ বছৰত ভাৰতমন্ত্ৰীৰ বিষয় খোৱাটো সম্ভৱপৰ নহল হেঁতেন।" আপোনাসকলে অৱশ্যে কব পাৰে যে, আপোনাসকলৰ দেশতো ৺পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙ্গৰীয়াৰ নিচিনা অসাধাৰণ ৰাজনৈতিক পুৰুষ উপজিছিল, আৰু তেওঁৱো নিচেই ডেকা কালতে আহোম ৰাজৰ প্ৰধান মন্ত্ৰীৰ বাবলৈ ৰাজনীতিৰ অসামান্য প্ৰতিভা প্ৰকাশ কৰিছিল। সেইটো সঁচা, কিন্তু বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ কথা সুকীয়া, তেওঁ স্কুল-কলেজ নেদেখা ছাত্ৰ, পুৰুষানুক্ৰমে ৰাজকীয় বিষয়-বাব ভোগ কৰা অসমদেশৰ ৰীতিয়ে লৰাকালতে তেওঁক ৰাজনীতি শিকিবলৈ সুবিধা দিছিল। "কিন্তু, "বিদ্যালয়ৰ শিক্ষাৰ্থীদলত নামভুক্ত" মিঃ পীট চাহাবে স্কুল কলেজত ৰাজনীতি শিকিছিল কাৰণেহে ছাত্ৰজীৱন পাৰ হোৱামাত্ৰকে ৰাজনৈতিক শিক্ষাৰ মহলাত যশস্তাৰে সৈতে উত্তীৰ্ণ হৈ ততালিকে

ভিলিকি উঠিব পাৰিছিল। মিঃ মণ্টেগুৰ সহপাঠী ভাৰতীয় ছাত্ৰৰ মুখে শুনা যায় যে, অণ্ডাৰগ্ৰেডুৱেট কালতে তেওঁ ৰাজনৈতিক কাৰ্য্যক্ষেত্ৰত নামি দোপত দোপে উধাবলৈ ধৰে।—আজি সেই মণ্টেগুৰ ভাৰত-শাসন-সংস্কাৰৰ প্ৰস্তাবনাই সভ্য জগতত, বিশেষকৈ ভাৰতবৰ্ষত এটি অপূৰ্ব্ব ৰাজনৈতিক আন্দোলনৰ অভ্যুদয় ঘটাইছে; আশা কৰা যায়, এই প্ৰস্তাবনা কাৰ্য্যত পৰিণত হোৱাৰ লগে লগে ভাৰতৰ বৰ্ত্তমান প্ৰাচ্য ৰীতিৰো পৰিবৰ্ত্তন ঘটিব, ভাৰতৰ স্কুল কলেজীয়া ছাত্ৰকো ৰাজনীতি শিক্ষা দিয়াৰ ব্যৱস্থা দি এই দেশৰ ৰাজনৈতিক প্ৰমাদ গুচোৱা হব। কাৰণ, ছাত্ৰ জীৱন কঠীয়াতলি; তাত ৰাজনীতিৰ সঁচ নিসিঁচিলে সংসাৰ-পথাৰত ৰুবলৈ সেই জাতিৰ কঠীয়া কৰ পৰা হব? নহয় দেখিতো, পৰৰ পথাৰৰ পৰা তাৰ লেচেৰী চপাই ভঁড়াল বান্ধোতা ভাৰত-সন্তানে ৰাজনৈতিক আন্দোলনত সততে প্ৰমাদ ঘটায়।

ছাত্ৰশক্তি প্ৰৱলশক্তি। আৰু, সেই প্ৰৱলতাৰ বল হৈছে বয়সৰ বল। সাধাৰণতে প্ৰাচ্যজীৱনত সেই বল ১৫ বছৰৰপৰা ২৫ বছৰলৈ, আৰু পাশ্চাত্যজীৱনত ২০ বছৰৰপৰা ৩০ বছৰলৈকে বুলি প্ৰাচ্য-পাশ্চাত্য তত্ত্ববিদ্ কোনো কোনো পণ্ডিতে ঠাৱৰাইছে। সেই বয়সত ছাত্ৰশক্তি অতিশয় প্ৰৱল। কাৰণ, সেই বয়সত মানুহৰ মানসিক প্ৰবৃত্তি আৰু শাৰীৰিক শক্তি স্বভাৱতে প্ৰখৰ থাকে; সেই কালত সেইশক্তি আৰু সেই প্ৰবৃত্তিয়ে সাংসাৰিক জীৱনৰ বাধাবিঘ্ন আৰু অপায়-অমঙ্গল আদিত খুন্দা খাই ভোটা হোৱাৰ আশঙ্কা অধিক নাথাকে। গতিকে সেই অৱস্থাত মানৱ সন্তানে দুঃসাধ্যক সুসাধ্য কৰিবলৈ সমৰ্থ্ পায়, অসাধ্যক সাধ্য কৰিবলৈ পাৰ্গতালি লাভ কৰে। সেই কাৰণেই পৃথিবীত যতবোৰ মহৎ কাৰ্য্য সম্পাদিত হৈছে, তাৰ সৰহভাগৰ মূলত ছাত্ৰশক্তি; সৰহ ভাগেই সম্মিলিত ছাত্ৰশক্তিৰ উদাসীন পৰিচালনাৰ ফল। পৃথিবীৰ

বুৰঞ্জীয়ে ইয়াৰ বুৰি-বুৰি প্ৰমাণ দাঙ্গি ধৰিছে। আপোনাসকলৰ স্বদেশৰ বুৰঞ্জীতো তাৰ অভাৱ নাই। সিদিনা মাথোন আপোনাসকলৰ দুখাপি-মানৰ আগৰ খাপি অসমীয়া ছাত্ৰৰ সম্মিলিত শক্তিয়ে আপোনাসকলৰ জাতীয় সাহিত্যক শক্ৰৰ গৰাহৰপৰা কেনেকৈ ৰক্ষা কাৰলে, তাৰ চমুকাহিনী "অসমীয়া সাহিত্য-সম্মিলনী"ৰ পোন্-প্ৰথম অধিবেশনৰ সভা-পতিৰ সম্ভাষণত দিয়া আ.ছ। এতেকে, আজিৰ ছাত্ৰশক্তিয়েও যে ভালে-মান অসাধ্য সাধি জাতীয় উন্নতিৰ সোঁত প্ৰবল কৰিব, তাত সংশয় নাই। বিশেষতঃ উপস্থিত অসমীয়া ছাত্ৰশক্তিৰ সঙ্কল্প আৰু কৰ্ত্তব্য আগতকৈ ভালেমান গুণে শকত আৰু বহুল দেখা গৈছে। এই সম্মিলনেই সেই শকত অৱস্থাৰ সাক্ষী, আৰু বৰ্ত্তমান ছাত্ৰসম্মিলনে আগত লোৱা বিবিধ কৰ্ত্তব্যপুঞ্জই সেই বহুলতাৰ ভেঁটী। আসাম ছাত্ৰ-সম্মিলৰ কৰ্ত্তব্য যিবোৰ ওপৰত উন্নুকিয়াই অহা হৈছে, তাৰ উপৰিও এটি বৰ ডাঙ্গৰ আৰু লাগ-তিয়াল বিষয় সেই কৰ্ত্তব্যপুঞ্জত নতুনকৈ সোমাইছে,—সি আত্মৰক্ষক ফৌজ (Defence Force) গঠনত যোগদান। ইয়াৰ দ্বাৰা অকল দেশৰ মঙ্গলেই যে সাধিত হব এনে নহয়, ছাত্ৰজীৱনৰ শাৰীৰিক শক্তিৰ ক্ৰমো-ন্নতিত ই বিশেষকৈ সহায়তা কৰিব। গতিকে, আসামৰ ছাত্ৰশক্তিৰ সাৰ্থকতা সাধন কৰিবলৈ বৰ্ত্তমানত বিবিধ ছেগ অযাচিতে চাপিছেছি। এনে ছেগতে দেশৰ নেতাসকলেও যদি সিবিলাকৰ লগত সৰল সহানু-ভূতি যোগ দিয়ে, তেন্তে আজিৰ ছাত্ৰশক্তিয়ে যে অচিৰে আসাম মাতৃৰ মুখ পোহৰাব পাৰিব সেইটো ডাঠি কব পৰা যায়। কিন্তু, এই খিনিতে এটি কথা মনত ৰাখিবলগীয়া যে, সংসাৰত সৎ আৰু অসৎ দুটাবাট সমান্তৰালভাৱে সদায় আছে। প্ৰবল ছাত্ৰশক্তি সৎ বাটে নিয়মীয়াকৈ পৰিচালিত হলে যেনেকৈ তাৰপৰা সম্পদ লাভ আছে, সেই শক্তিৰ অসৎ বাটে বাট পালে সেই দৰে তাৰপৰা আপদ মিলিবলৈকো আছে। সেই

কাৰণে, এই প্ৰবল শক্তিৰ ওপৰত শাসনদণ্ডধাৰী এটি প্ৰবলতৰ বলৰ প্ৰভুত্ব থকাৰ প্ৰয়োজন। সেই বল হৈছে চৰিত্ৰবল। সেই বল নাথাকিলে সকলো মিছা। তাৰ অভাৱে প্ৰবল ছাত্ৰশক্তিয়ে সজগতি ধৰা অসম্ভৱ। এতেকে, ছাত্ৰজীৱন চৰিত্ৰৰ গাঁঠনীৰে সংগঠিত হব লাগে, চৰিত্ৰৰ চালনেৰে পৰিচালিত হব লাগে, আৰু চৰিত্ৰৰ লক্ষ্যত সম্মিলিত হবগৈ লাগে। সেই চৰিত্ৰ নো কি, আৰু সি কিহেৰে গঢ়িত, তাৰ ব্যাখ্যালৈ এই বক্তৃতাত ঠাই নহব, তাৰ আপোনাসকলে বিবিধ নীতিগ্ৰন্থ আৰু সাধুজনৰ উপদেশৰপৰা সংগ্ৰহ কৰি ললেহে হব।

যিবিলাক গুণেৰে চৰিত্ৰ সংগঠিত হয়, তাৰ ভিতৰত সংযম গুণ ছাত্ৰ-জীৱনত আটাইতকৈ বেচি লাগতিয়াল। কিয়নো, ছাত্ৰশক্তি যেনে প্ৰবল, সংযতভাৱে পৰিচালিত নহলে সময়ত সি অসৎ বাটেদি ছুঁয়াকাটিগৈ মহা অনৰ্থ ঘটাবৰ আশঙ্কা থাকে। আন কি, সজ বাটে ঢাল খোৱা ছাত্ৰশক্তিও সততে সংযত ভাৱে হে পৰিচালিত হোৱা বাঞ্ছনীয়; সংযমৰ অভাৱ ঘটিলে সি তাতো হিতে-বিপৰীত ঘটোৱাৰ আশঙ্কা আছে। তাৰ প্ৰমাণ বঙ্গীয় স্কুল-কলেজৰ ছাত্ৰ এভাগৰ বিগত শোচনীয় কাৰ্য্য। সেই ভাগ ছাত্ৰশক্তিত সংযমৰ অভাৱ পৰাৰ হেতুকেই যে তাৰ দ্বাৰা ৰাজদ্ৰোহ, ডকাইতি আদি অতি গৰ্হিত পাপকাৰ্য্য সংঘটিত হৈছিল, তাক এতিয়া কোনে মুই কৰিব? সেই দেখিহে দুহাবি কৰ লগা হৈছে যে, চৰিত্ৰবলৰ শাসনত নথকা ছাত্ৰশক্তিয়ে সময়ত হিতে-বিপৰীত ঘটায় মঙ্গলতকৈ অমঙ্গ-লৰ মাত্ৰা অতিপাতকৈ চৰায়। চৰিত্ৰবলৰ ব্যাখ্যা দিয়ালৈ এই বক্তৃতাত ঠাইৰ নাটনি বুলি আগতে উল্লেখ কিয়াই অহা হৈছে। তথাপি, সেই বলৰ লক্ষণ কি, তাক কি উপায়েৰে লাভ কৰা যায়, আৰু তাক কি ব্যৱস্থাৰে সৈতে ৰক্ষা কৰিব পাৰি, তাৰ সঙ্কেত মাথোন দিয়াৰ প্ৰয়োজন হৈছে; মুঠতে, যি শুদ্ধ, সত্য, পৱিত্ৰ সেয়ে চৰিত্ৰ। য'ত পাপ নাই তাতে চৰিত্ৰৰ

থিতি। হিংসা, দ্বেষ, পৰশ্ৰীকাতৰতাই যাক চুব নোবাৰে চৰিত্ৰই তাকে আশ্ৰয় লয়। দয়া, ক্ষমা, পৰোপকাৰ যাৰ ধৰ্ম্ম তাৰ গাতে চৰিত্ৰই জিৰণি লয়। বিনয়, নম্ৰতা, শিষ্টতা যাৰ স্বভাৱৰ গুণ তাৰ লগতে চৰিত্ৰৰ ঘনিষ্ঠ সম্বন্ধ। ভক্তি, শ্ৰদ্ধা, প্ৰীতি যাৰ আচৰণ তাৰ লগতে চৰিত্ৰৰ সৰ্ব্বসঙ্গতি। পিচে, সেই চৰিত্ৰবল লাভ কৰাৰ উজু উপায় কি?—সেই বলৰ আধাৰ ঈশ্বৰত একান্ত ভক্তি। সেই বল সংৰক্ষণৰ সুব্যবস্থা কি? —সেই বলদাতা ভগৱন্তত অটল বিশ্বাস। পৰমেশ্বৰত ভক্তি থাকিলেই চৰিত্ৰ সংগঠিত হয়, আৰু পৰমেশ্বৰত বিশ্বাস থাকিলেই চৰিত্ৰ সংৰক্ষিত হয়। কাৰণ, সত্য, সুন্দৰ, পৱিত্ৰ ঈশ্বৰক ভক্তি কৰোঁতে তেওঁৰ ঐশ্বৰিক বল মানৱাত্মাত প্ৰতিভাত হয়, আৰু তেওঁত বিশ্বাস থাকিলেই সেই ঐশ্বৰিক বলৰ অপব্যৱহাৰ নোহোৱাকৈ সি ৰক্ষিত হয়। ঈশ্বৰৰ অপ্ৰিয়ভাজন হোৱাৰ ভয়তে পাপকাৰ্য্যৰ পৰা বিৰত হোৱা যায়, আৰু ঈশ্বৰৰ প্ৰিয়পাত্ৰ হোৱাৰ আকাঙ্ক্ষাতে পুণ্যকৰ্ম্ম সাধনলৈ ধাউতি বাঢ়ে।

এই গল চৰিত্ৰৰ ওপৰত অলৌকিক শাসন। সেই দৰেই তাৰ ওপৰত লৌকিক শাসনো আছে,—সি ৰাজভক্তি আৰু ৰজাত বিশ্বাস। ব্ৰহ্মাণ্ডৰ পতি যেনে ঈশ্বৰ, তেওঁৰ আৰ্হিৰেই তেওঁৰে সৃষ্ট ভূমণ্ডলৰ পতি ভূপতি। ঈশ্বৰভক্তি আৰু ঈশ্বৰ-বিশ্বাসত যি দৰে চৰিত্ৰ সংগঠিত আৰু সংৰক্ষিত হয়, ৰাজভক্তি আৰু ৰাজবিশ্বাসতো সেই দৰে চৰিত্ৰ গঠিত আৰু ৰক্ষিত হয়। এই ৰাজভক্তি অসমীয়া ছাত্ৰলৈ নতুন ভাব, নতুন কথা, নতুন ক্ৰিয়া নহয়; অসমীয়া ছাত্ৰই আজন্ম সেই গুণৰ গৰাকী হৈ আছিছে। সৰহ নহয়, এটা শতাব্দীও পুৰা হোৱা নাই, চাৰিকুৰিমান বছৰৰ আগতে মাথোন অসমীয়া ছাত্ৰৰ পিতৃপুৰুষে ৰাজভক্তিৰ পৰাকাষ্ঠা দেখুৱাই গৈছে। 'ৰজাৰ হৈ জীৱন, আৰু ৰজাৰ হৈ মৰণ' এনে ওখ ভাবৰ গৰাকী ৰাজভক্ত প্ৰজা পৃথিবীত অসমীয়াৰ সমনীয়া নাছিল বুলিলে

বঢ়াই কোৱা নহব। সেই অসমীয়া পিতৃপুৰুষৰ, সেই অসমীয়া ৰাজভক্ত প্ৰজাৰ সতিসন্তানৰ পক্ষে ৰাজভক্তি যে স্বভাৱত পৰিণত হোৱা এটা মহৎ গুণ, তাক কোৱা বাহুল্য মাথোন। এতেকে, ছাত্ৰশক্তিয়ে, বিশেষকৈ অসমীয়া ছাত্ৰৰ সম্মিলিত শক্তিয়ে নেদেখা ভাগত ঈশ্বৰ আৰু দেখা ভাগত ৰজা এই দুই মহা শাসনশক্তিৰ অধীনে গন্তব্য বাটত সংযতভাৱে বাট পালে সংসাৰৰ অপাৰ অমঙ্গলৈ যে ভয় নাথাকে তাত সন্দেহ নাই।

নগৰীয়া ৰাইজ আৰু ছাত্ৰবন্ধু সকল! কোৱাৰ সকাম নাই যে, বক্তাৰ ভাগ্যত চাবুকৰ চাট্ আৰু লেকামৰ টান দুইটা সমানে সহিব লাগে। এই দুবিধ হুকুমৰ পিঠীয়াপিঠি লক্ষ্যৰ সামঞ্জস্যত ৰব পৰাটোৱেই সুবক্তাৰ চিন্। পিচে, এই বক্তাই কেনে বিধৰ চিন্ দেখুৱাইছে সেইটো তেওঁৰ বক্তব্যৰ অতীত, যদিও আপোনাসকলে অৱশ্যে ঠাৱৰাই উঠিছে; তেওঁৰ নিজৰ ধাৰণা হলে এই হে যে, লেকামৰ টানে কোৱাৰি ছিঙা-লৈকো কটাহি নকৰি, চাবুকৰ চাটত ৰব নোৱাৰি তেওঁ নিৰ্দ্ধাৰিত সীমা চেৰাই আগ বাঢ়িছে, আৰু তাৰ দ্বাৰা তেওঁ আপোনাসকলৰ মূল্যবান সময়ৰ ভালেখিনি অপব্যয় কৰিছে। তদুপৰি তেওঁৰ নীৰস বক্তৃতাই যে আপোনাসকলক বিষমকৈ আমনি লগাইছে তাৰ আশঙ্কায়ো তেওঁক ভয় খুৱাইছে। কিন্তু, আপোনাসকলৰ কৰুণাৰ তেওঁ গম্ পায়; দায় লগা-লেও আপোনাসকলে তেওঁক দলিয়াই নেপেলায় বুলি তেওঁ জানে। সেই কাৰণে, পাতনিত ক্ষমাভিক্ষাৰ অৰ্থে তেওঁ যি আঁজলি পাতি আছিছে, সেই আঁজলি এতিয়া আচল সময়ত আকৌ বিনীতভাৱে আপোনাসকলৰ আগলৈ আগ বঢ়াইছে;

ভিক্ষাদান কিঞ্চিৎ হলেও যেন তাৰ পৰা তেওঁ বঞ্চিত নহব, এই আশা কৰি তেওঁ পুনঃ আসন লবলৈ আপোনাসকলৰ ওচৰত এতিয়া অনুমতিও মাগিচে। কিন্তু এই বক্তৃতা নিজম পৰাৰ আগতে তেওঁ সদৌ আসাম

ছাত্ৰৰ হৈ আপোনাসকল উপস্থিত সমজুৱাক আৰু আপোনাসকলৰ জৰিয়তে সদৌ আসামৰ ৰাইজক একেষাৰ খাটনি ধৰিছে, যেন স্বদেশ আৰু স্বজাতিৰ হিতাৰ্থে কৰ্ত্তব্যপৰায়ণ এই "আসাম ছাত্ৰসম্মিলন"ক কাৰ্য্যস্থলত সৰ্ব্বতোভাৱে সহায়তা কৰি দেশহিতৈষিতাৰ পটন্তৰ দেখুৱা-বলৈ আপোনাসকল পিচ নপৰিব। সমূহ ৰাইজৰ সহায়-সহানুভূতিয়েই হে যে ছাত্ৰসম্মিলনৰ বল তাক আৰু কব লাগিছে নে? এতেকে, এই বিষয়ত নিশ্চিন্ত হবলৈ ছাত্ৰসকলক আপোনাসকলৰ হৈ আশ্বাস দিয়া হৈছে। এতিয়া, সামৰণিৰ শুভক্ষণত, এই সম্মিলনত উপস্থিত ছাত্ৰবৰ্গ আৰু নগৰীয়া ৰাইজৰ হৈ মঙ্গলময় পৰমেশ্বৰৰ ওচৰত এই নিঃকিন বক্তাই গোহাৰি কৰিছে, সেই ভগৱন্তৰ অসীম কৃপাৰ বলত ৰত্নপ্ৰসূতী অসম জননীৰ ভৰসাৰ গজালি এই "আসাম ছাত্ৰসম্মিলন" কল্পতৰুৰূপে অচিৰে এজুপি ফুলে-ফলে সুশোভিত গছ হৈ বাঢ়ি উঠে যেন।

বিনীত,
শ্ৰীপদ্মনাথ বৰুৱা।

---

# সাহিত্যৰ লগত আমাৰ জীৱনৰ সম্পৰ্ক।



সাহিত্য অকল বহিঃপ্ৰকৃতি আৰু মানৱপ্ৰকৃতিৰ ব্যাখ্যা নহয়। মানৱজীৱনৰ অনন্ত সৌন্দৰ্য্যৰাশি, চিন্তাজগতৰ নতুন আবিষ্কাৰ, অসীম আশা, অচিন্ত্য আহিৰ দৈববাণী, সাহিত্যই নিৰাশ বিষাদ বেদনাৰ কবলৰ পৰা মুক্ত কৰি চিন্তাজৰ্জ্জৰিত মানৱ জীৱন অমৃতময় কৰি তোলে। সাহিত্যিকে অভেদ্য আন্ধাৰত লুপ্ত হৈ থকা অশেষ বহুমূলীয়া তথ্য পোহৰলৈ আনে; তেওঁৰ অন্তৰৰ অভিনৱ অনুভৱ, তেওঁৰ চিন্তাপ্ৰবাহ, তেওঁৰ মনস্তাপ আৰু তেওঁৰ প্ৰতিভাৰ পৰা বিকসিত হোৱা জীৱনৰ সম্পূৰ্ণ নবীন ধাৰণাবোৰে পাঠকসকলক সৌন্দৰ্য্যৰ বিনন্দীয়া ৰাজ্যত বসতি দিয়ে। যি সুন্দৰ কল্পনাজগতত আমাৰ মনু বিচৰণ কৰে, যাৰ সুবিমল জ্যোৎস্নাই আমাৰ হৃদয়-আকাশ পোহৰাই থাকে বাস্তৱতে, সেয়ে চৰম সৃষ্টি। পাপতাপময় সংসাৰৰ প্ৰকৃত কাঠিন্যৰ সলনি দিব্যচকুৰ সহায়েৰে চাই সাহিত্যিকে চাৰিওফালে আশা, আনন্দ, জেউতি আৰু প্ৰেমৰ ছবি হে দেখে। সাহিত্যৰ পবিত্ৰ সুবাসে অন্তৰত কত ভাব উদগায়, তাৰ সুমধুৰ ঝঙ্কাৰে জন্ম জন্মান্তৰৰ কত স্মৃতি মনত জগাই তোলে। যিবিলাক সদ্বৃত্তিৰ অভাৱত মানৱ হৃদয় জেউতিহীন নৰকত পৰিণত হয়, যিবিলাক স্বৰ্গীয় গুণৰ প্ৰভাৱ নেপালে মানুহে নিৰ্ম্মম, স্বাৰ্থৰত, পশুসদৃশ জীৱন নিয়াই মনুষ্য জনম অবাবত হেৰুৱায়, সেই সুকোমল বৃত্তিবোৰ প্ৰবল কৰিবলৈ সাহিত্যৰ জীৱন। যিবিলাক অমৰ আহি আমাৰ মনুষ্যত্বৰ,

আমাৰ সমাজৰ আৰু আমাৰ সভ্যতাৰ ভেতি সেই বিলাকক সুন্দৰ আৰু স্বাভাৱিক বসন পিন্ধাই সাঁচি থোৱাটোৱেই সাহিত্যৰ কাৰ্য্য। সজজীৱন যাপন কৰিবলৈ কল্পনা শক্তি প্ৰবল কৰা উচিত: কাৰণ তেহে আমি আনৰ সুখ দুখ নিজৰ কৰি লব পাৰোঁ। সাহিত্যই এই কল্পনা শক্তি সবল কৰি তোলে।

কবিতা যাইকৈ কল্পনাৰ সৃষ্টি। মানুহৰ অস্তিত্বৰ লগে লগে কবিতাৰো অস্তিত্ব। কবিতা বাস্তৱতে সকলো জ্ঞানৰ কেন্দ্ৰ; কাৰণ সংসাৰ আৰু মানৱ জীৱনৰ সৌন্দৰ্য্য বিচাৰি উলিওৱাটোৱেই কবিতাৰ যাই কাম।

প্ৰকৃত কবিতা কি তাক দকৈ গমি চোৱা উচিত। আমাৰ প্ৰত্যেকৰ জীৱনতে কোনো কোনো সময়ত এনেকুৱা ক্ষণস্থায়ী ভাব আৰু কল্পনাৰ উদয় হয়, যিবিলাকে আমাৰ জীৱন ওথ কৰে আৰু যিবিলাক ভাব সাধাৰণ গদ্যময় ভাষাৰে ব্যক্ত কৰাটো অসম্ভৱ। এনেকুৱা মধুৰ মুহূৰ্ত্তত ঐশ্বৰিক শক্তিয়ে আমাৰ কল্পনা আৰু হৃদয়ৰ দুৱাৰ খুলি মনক প্ৰেম-সাগৰত বুৰাই থয়; অন্তৰত আনন্দৰ সোঁত বৈ যায়। এইবিলাক ক্ষন্তেকতে উঠি ক্ষন্তেকতে মাৰ যোৱা চিন্তা আৰু অনুভৱৰ ঢৌ কোনোবা অজান সাগৰৰ পৰা উটি আহি মানৱৰ মন আৰু হৃদয়-তটত খুন্দা খাই উভতি যায়। কবিয়ে সেই বোৰকে উপযোগী ভাষা দি জগতক বিলাই দিয়ে।

ৱাৰ্ড্‌ছৱাৰ্থ আৰু ছেলি ইংলণ্ডৰ ঊনবিংশ শতিকাৰ মহাকবি। ৱাৰ্ড্‌ছৱাৰ্থৰ যাই শিক্ষা এয়ে যে গোটেই থন বিশ্বই কৰ্ত্তব্যসূত্ৰত বান্ধ খাই অবিশ্ৰান্ত ভাবে কৰ্ম্ম সাধিব লাগিছে। অখণ্ডনীয় নিয়মৰ শাসন মানি প্ৰকৃতি আৰু মানৱ-জীৱনৰ সোঁত একেবাহে বৈ যাব লাগিছে। তেওঁ প্ৰকৃতি ৰাজ্যৰ ঋষি। ছেলিৰ কবিতাত এটি ডাঙৰ তথ্য জিলিকি

আছে। যিবিলাকে নিজৰ জীৱন এটি উচ্চ কৰ্ত্তব্য-যজ্ঞত আহুতি দিয়ে, এটি মহৎভাব কাৰ্য্যত পৰিণত কৰিবৰ অভিপ্ৰায়েৰে লাজ অপমানকো তুচ্ছ জ্ঞান কৰি জীৱনভাৰ বহন কৰে, সিবিলাকে কি হৰ্ষত কি বিষাদত সকলো অৱস্থাতে অনুপম সুখ উপভোগ কৰে।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ কবিতাই অসমীয়া নৰনাৰীক মানৱ-জীৱনৰ কঠোৰ দায়িত্ব শিক্ষা দিছিল। তেওঁলোকৰ মুক্তিতো নিস্পৃহা ভকতিয়ে অসমীয়া জাতিক উচ্চতম ভক্তি শিকাইছিল, নিজৰ নম্ৰতাৰে অসমীয়াক অহঙ্কাৰৰ আঁধাৰ গুহাৰ পৰা দাঙি তুলিছিল, সাধু সঙ্গৰ উপকাৰিতাৰ বিষয়ে দঢ়াই দঢ়াই কৈছিল।

শঙ্কৰদেৱৰ বৰ্ণনা মাধুৰ্য্যৰ বিষয়ে কেই আষাৰ মান নিলিখি নোৱাৰিলোঁ। তেওঁৰ মাৰ্কণ্ডেয় ঋষিৰ আশ্ৰম বৰ্ণনাৰ পৰা তলত কেই পদ মান তুলি দিলোঁ।

"পুণ্য বৃক্ষ লতা তাৰ ফলে ফুলে জাতিস্কাৰ,
যেন কল্পতৰুৰ স্বভাৱ।
আছে যত সৰোবৰ নিৰ্ম্মল পৱিত্ৰ জল,
পদ্মবনে হংসৰ আবাৱ॥

* * * *

অবসান ভৈল দিন, চন্দ্ৰৰ উদয় দেখি
আনন্দে চাতকে কাঢ়ে ৰাৱ॥
শীতল দীপিতি অতি প্ৰকাশে পুষ্পিত বন,
তাৰ গন্ধে দশোদিশ বাসে।
কৰে কান্তি তপোবন, কুমুদ উৎপল যেন
সুহৃদ চন্দ্ৰক চাই হাসে॥"

এনেকুৱা বিনন্দীয়া ছবিৰে মন আৰু কল্পনা ৰাজ্য পূৰহৈ থাকিলে তাত নীচ স্বাৰ্থপৰ ভাব থাকিব নোৱাৰি পলাই পত্ৰং দিব।

প্ৰকৃতিৰ মনোহৰ বৰ্ণনা সাহিত্যৰ ( বিশেষকৈ কবিতাৰ ) এটি অতি লাগতিয়াল সৌন্দৰ্য্য। ঊনবিংশ শতিকাৰ ইংৰাজ কবি কেজনমানে প্ৰকৃতিৰ শ্যামল ক্ষেত্ৰত মহান নবীন তথ্য কিছুমান বুটলি লৈছিল। সেইবোৰ তথ্যপুষ্পৰ সুৰভিমালা গাঁথি চিন্তাৰ প্ৰপীড়িত নৰনাৰীৰ ডিঙিত পিন্ধাই দি তেওঁলোকে শৰীৰ, মন আৰু আত্মা সুশীতল কৰিছিল। বাস্তৱতে পৰমেশ্বৰৰ বিচিত্ৰ সংসাৰত প্ৰতিভাবানে নিভৃততম কোণতো পূৰ্ণমনুষ্যত্বৰ সহায়ক জ্ঞানৰত্ন সংগ্ৰহ কৰিব পাৰে। অসাধাৰণ কল্পনা চকুৰ সাহায্যেৰে নিৰীক্ষণ কৰি ছেলিয়ে ফুলক প্ৰেম আৰু জেউতিৰ বিকাৰ যেন দেখিলে। ৱাৰ্ড্‌ছ্‌ৱাৰ্থে দেখিলে ফুল এটি জীৱ। জীৱমাত্ৰেই যি আধ্যাত্মিক জীৱন আৰু আনন্দৰ গৰাকী, ফুলও সেই আনন্দ আৰু সেই জীৱনৰে ভাগী।

প্ৰকৃতিৰ সৌন্দৰ্য্যকে আমাৰ জীৱনৰ নিশ্বাস কৰি লব পাৰিলে আমাৰ ক্ষুদ্ৰ জীৱন এটি অবিশ্ৰান্ত কৰ্ত্তব্য আৰু বিমল আনন্দৰ নিজৰা হৈ অবিৰল প্ৰেম গীত গাই গাই বৈ যাব।

বাস্তৱতে, প্ৰকৃতিৰ জীৱন কেনে মনোৰম। পখীয়ে আঁপোনমনে উন্মাদগীত গাই গাই হৃদয় ঢালি দিয়ে, নিতৌ কৰ্ত্তব্যপৰায়ণ অৰুণে পূব গগনত উঠি নিৰ্ম্মল জেউতিৰ ধাৰা বিকীৰ্ণ কৰে, আকৌ সন্ধ্যাদেবীয়ে ধীৰে ধীৰে প্ৰবেশ কৰি নিজ আৱৰণেৰে সংসাৰৰ মুখ ঢাকি পেলায়। আকাশ সিংহাসনত স্নিগ্ধকান্তি, প্ৰেমময়ী জোনৰাণীয়ে তৰা সখী সকলেৰে বেষ্টিতহৈ প্ৰেমকিৰণেৰে জগৎ উদ্ভাসিত কৰে। প্ৰকৃতিৰ সৌন্দৰ্য্য অধ্যয়ন কৰিলে কৰ্ত্তালৈ মনত ন পৰেনে ? তেওঁ সৌন্দৰ্য্যময়, তেওঁ প্ৰেমময় ; বিশ্বজগৎ তেওঁৰে অভিব্যক্তি মাথোন। গতিকে প্ৰকৃতি-জীৱনৰ তত্ব উপলব্ধি কৰিব পাৰিলে পৰমেশ্বৰৰ তত্বও আমাৰ বহু পৰিমাণে বোধগম্য হব।

আগেয়ে কৈ আহিছোঁ। বিশ্বজীৱন এটি কৰ্ত্তব্য সূত্ৰত আবদ্ধ। প্ৰেমমূলক কৰ্ত্তব্যই মানৱজীৱনৰো ধৰ্ম্ম। প্ৰকৃতিৰ ৰাজ্যতো সেই প্ৰেমমূলক কৰ্ত্তব্যৰে শাসন।

নাটকৰ অৰ্থ আমি মুঠতে কওঁ যে ই মানব কাৰ্য্যৰ দাপোন-চিত্ৰ। নাট্যকাৰে মানৱৰ কাৰ্য্যাৱলী লক্ষ্য কৰি সেই বিলাকৰ সত্যছবি আমাৰ আগত দাঙি ধৰে। কাৰ্য্য আৰু কথাবতৰাৰে মানুহৰ কাৰ্য্যবিলাকৰ পৰিণাম দেখুৱাটোৱেই নাটকৰ উদ্দেশ্য। মানুহৰ উদগতি, অধোগতি, কিদৰে ঘটে নাটকে তাৰ জলন্ত পটন্তৰ দেখুৱায়। কোনটো ৰিপু প্ৰৱল হলে মানব চৰিত্ৰৰ কিদৰে ধ্বংস সাধন হয় তাৰ চিত্ৰ দেখুৱাই নাটকে সজবাটৌদি খোজ কাঢ়ি নিৰাপদে জীৱনৰ সিপাৰত উপস্থিত হবলৈ সাৱধান কৰি দিয়ে। মিলনান্ত নাটকতকৈ বিয়োগান্ত নাটক বেচি উপকাৰী। বিয়োগান্ত নাটকৰ উদ্দেশ্য, ভীতি আৰু অনুকম্পাৰ সঞ্চাৰ কৰি হৃদয় পবিত্ৰ কৰাটো। চেক্‌চ্‌পীয়েৰৰ tragedy বোৰে মানুহৰ আধ্যাত্মিক জীৱনৰ জয় পৰাজয়ৰ-চিত্ৰ দেখুৱাইছে। এইবোৰ নাটকে কি কি তথ্য শিকায় তাক কথাৰে সীমাবদ্ধ কৰিব নোৱাৰি। কাৰণ, The play or the piece of music is not a code of precepts or a body of doctrines"—(Dowden.)

সতী ডেছডিমোনাই ক্ষুদ্ৰ জীৱন হেৰুৱাই বিশাল জীৱন পালে। কুচক্ৰী আয়েগোৰ অন্ধ জীৱনৰ পৰিণাম নিৰাশ, ভয়ঙ্কৰ! কৰ্ডেলিয়াৰ পৱিত্ৰ পিতৃস্নেহে লিয়েৰক উদ্ধাৰ কৰিলে। ৰোমিও জুলিয়েটে পৰস্পৰৰ বাবে জীৱন ত্যাগ কৰি জীৱনৰ সাৰ্থকতা লভিলে। এণ্টনি আৰু ক্লিয়োপেট্ৰাক প্ৰণয় মৰিচিকাই অবাটে নিধ্বংস কৰিলে। এইবোৰে আমাৰ মানস-দৃষ্টি বহল নকৰেনে?"

বঙালী নাট্যকাৰ দ্বিজেন্দ্ৰলালৰ নাটকবোৰৰ প্ৰভাৱ কেনে প্ৰৱল

এবাৰ ভাবি চাওক। ছায়াৰ চন্দ্ৰগুপ্তলৈ নিষ্কাম নিঃস্বাৰ্থ প্ৰেম, প্ৰতাপৰ স্বদেশপ্ৰেমৰ গাম্ভীৰ্য্য আৰু মেহেৰৰ চৰিত্ৰৰ কোমলতাই কাৰ হৃদয়ত পৱিত্ৰ শোণিত-প্ৰবাহৰ সঞ্চাৰ নকৰাকৈ থাকে? বাস্তৱতে, প্ৰকৃত নাটক আয়ত্ত কৰিলে সজ ভাববোৰে আপোনা আপুনি আমাৰ মন পোহৰাই পেলায়।

উপন্যাস প্ৰবৃত্তিৰ বশীভূত মানৱজীৱনৰ সূক্ষ্ম বৰ্ণনা। নাটকে মানৱ প্ৰবৃত্তিবোৰৰ সাময়িক সংগ্ৰাম দেখুৱায়। উপন্যাসে প্ৰবৃত্তিবোৰৰ জীৱন-ব্যাপী প্ৰভাৱ পুঙ্খানুপুঙ্খৰূপে আঁকি উলিয়ায়। নাটকৰ আহিলা কাৰ্য্য, উপন্যাসৰ আহিলা কাহিনী। কথাবতৰা (Dialogue) উভয়তে থাকে।

প্ৰকৃত উপন্যাস আজিকালিৰ সভ্যতাৰ এটি বহুমূলীয়া অস্ত্ৰহৈ পৰিছে। ৰত্নখচিত সিংহাসনত অধিষ্ঠিত ৰজাৰ'পৰা পজাঁ শোভা কৰা খেতিয়কলৈকে সৰু আৰু ডাঙৰৰ, সতীৰ আৰু অসতীৰ, সুখ দুখ, জীৱনৰ ঘটনা, আনন্দ, বিষাদ, প্ৰেম, কাম, বিপদধুমুহাৰ অত্যাচাৰ, আত্মাৰ ক্ৰমাৎ উন্নতি বা অবনতি, শান্তি অশান্তি আদিৰ সূক্ষ্ম বৰ্ণনা ঔপন্যাসিকৰ কাপৰ পৰা ওলায়।

এনেকুৱা উপন্যাসে প্ৰবৃত্তিবোৰ পবিত্ৰ আৰু কোমল কৰে, মানব-ভ্ৰাতৃলৈ সমবেদনা, সহানুভূতি বৰ্দ্ধিত কৰে, কল্পনাশক্তি সুন্দৰ আৰু সবল কৰে, মানসনয়ন আৰু নৈতিক দৃষ্টিৰ বিস্তাৰ সাধন কৰে। সৰ্ব্বসাধাৰণলৈ দয়া, অনুকম্পা আৰু মৰমৰ উদ্ৰেক হয়। বিশ্বপ্ৰেমে আমাৰ হৃদয় অধিকাৰ কৰে। এই প্ৰেমেই পূৰ্ণ মনুষ্যত্ব লভিবৰ অমোঘ অস্ত্ৰ।

পাপীৰ দুষ্কৰ্ম্ম, পাপৰ পৰা ওপজা অধঃপতন, মানসিক যন্ত্ৰণা, চিত্তৰ অসুস্থতা, অসহ্য লাজভয়, অনুশোচনাৰ বৃশ্চিকদংশন—এইবোৰ অগণিত পৰিণাম উপলব্ধি কৰিব পাৰিলে কোন পাপৰ পৰা বিমুখ নহব? পাপীলৈ কাৰ ঘৃণা উপজিব? পাপৰ প্ৰতিশোধ লবলৈ কাৰ ইচ্ছা জন্মিব? পাপীক উদ্ধাৰ কৰিবলৈ কোনে অহো পুৰুষাৰ্থ নকৰিব?

যিদৰে সাহিত্যই সমাজ-জীৱনৰ ওপৰত প্ৰভাব বিস্তাৰ কৰে, সেই দৰে সমাজ-জীৱনে অৰ্থাৎ সমাজৰ ৰাজনৈতিক আৰু আধ্যাত্মিক অৱস্থাইও সেই সমাজৰ সাহিত্যৰ ওপৰত প্ৰভাব বিস্তাৰ নকৰাকৈ নেথাকে।

ষোল শতাব্দীৰ এলিজাবেথান্ যুগত ইংৰাজ জাতিয়ে নবীন উৎসাহেৰে উৎসাহিত হৈ কৰ্ম্মক্ষেত্ৰত প্ৰৱেশ কৰিছিল। তেওঁলোকৰ জাতীয় জীৱন সমৃদ্ধিশালী, বিজয়ী আৰু দৃঢ় আছিল। গতিকে, তেওঁলোকৰ সাহিত্যও বৰ চহকী হৈছিল। কৰ্ম্মময় যুগত কৰ্ম্মসাৰ নাটকৰ প্ৰাধান্য হৈছিল।

কিন্তু অষ্টাদশ শতাব্দীত তেওঁলোকৰ সমাজক অপবিত্ৰতা আৰু অত্যাচাৰে ঢাকি পেলালে। কপটতাই জাতীয় জীৱনৰ সত্য আৰু ধৰ্ম্ম লুপ্ত কৰিলে। ফলত মৌলিক আৰু কাল্পণিক সাহিত্যৰ চিনচাব নাই-কিয়া হল। এই কল্পনাশূন্য যুগত নীৰস গদ্যৰচণাৰ বহুল উন্নতি হোৱাটো স্বাভাবিক।

ঊনবিংশ শতিকাত ইংৰাজ জাতিৰ কল্পণাশক্তি আকৌ উত্তেজিত হৈ পৰিল্। চাৰিওফালে স্বাধীনতাৰ দুন্দুভি, ভেৰী বাজি উঠিল। দৰ্শনৰ (Transcendentalisn) পবিত্ৰ তথ্যই মানবজাতিৰ সমতা ঘোষণা কৰিলে। সমূহ সাহিত্যত সাম্য, মৈত্ৰী স্বাধীনতা আৰু সৌন্দৰ্য্যৰ সুমধুৰ ভাববোৰ সোমাল।

ব্ৰিটিচ যুগত অসমীয়া জাতীয় জীৱনত পশ্চিমীয়া জাতীৰ নানান ভাবে প্ৰভাব বিস্তাৰ কৰিছে। বিদ্ৰূপাত্মক গ্ৰন্থ, উপন্যাস, সমালোচনা গদ্যত আৰু খণ্ড পদ্য কবিতাত নতুন অৱতাৰণা। উপন্যাস আগেয়ে আমাৰ সাহিত্যত নাছিল; কাৰণ তেতিয়া ব্যক্তিগত জীৱনৰ আৰু সমূহ মনুষ্যৰ সমতা এইবোৰ Democratic ভাবৰ অভাব আছিল। খণ্ড-কবিতাও এটি Democratic literature। অসমীয়া নাট আগেয়েও আছিল। কিন্তু তাৰ উদ্দেশ্য ধৰ্ম্ম শাস্ত্ৰৰ তথ্য প্ৰচাৰ কৰাটোহে আছিল

আজিকালি পশ্চিমীয়া নাটকৰ আহিঁৰে মানৱচৰিত্ৰ আৰু মানৱকাৰ্য্যাৱলীৰ পৰিণাম দেখুৱাটোহে অসমীয়া নাটকৰ কৰ্ত্তৱ্য হৈছে।

আমাৰ বৰ্ত্তমান সাহিত্য এতিয়াও কেচুৱা অৱস্থাত। কিন্তু সেইবাবে নিৰাশ হবৰ কোনো কাৰণ নাই। এটি কথা মনত ৰাখিব লাগিব উচ্চ সাহিত্যৰ আচল ভেতি উচ্চভাব আৰু উচ্চ কল্পনা। আমাৰ জাতীয় জীৱনৰ অস্তিত্ব আৰু বিস্তাৰ বিশেষকৈ উচ্চ জাতীয় সাহিত্যৰ ওপৰত নিৰ্ভৰ কৰিছে। ঈশ্বৰৰ অনুগ্ৰহ হ'লে অদূৰ ভবিষ্যতত আমাৰ সাহিত্যৰ অতুলনীয় ভাব কল্পনাৰ পুষ্পবৃষ্টি পৃথিবীৰ সমূহজাতিয়ে শিৰ পাতি লব।

---

# প্ৰাচীন বেবিলনৰ বেদ।

১

## বেবিলনৰ ভৌগোলিক অবস্থান।

বোবলন আজি কালিৰ দেশ নহয়। খৃষ্টজন্মৰ প্ৰায় তিনি হেজাৰ বছৰৰ আগৰ বেবিলনৰ কথা এই প্ৰবন্ধত কোৱা হৈছে। বেবিলন বুলিলে পাৰছ্য উপসাগৰতে আৰম্ভ কৰি ইউফ্ৰেটিছ নৈৰ উপত্যকাভাগ বুজায়। আধুনিক মেছপটেমিয়া য'ত আছে তাৰ দক্ষিণতমভাগো ইয়াৰ ভিতৰত পৰে। প্ৰাচীনতমকালত উপত্যকাভাগৰে দক্ষিণ অংশ আৰু উত্তৰ অংশৰ নাম যথাক্ৰমে চুমাৰ আৰু আক্কাদ আছিল। পাৰছ্য উপ-সাগৰৰ নিচেই ওচৰতে যিখিনি ভূভাগ আছে তাৰ নাম আছিল কেল্-দিয়া। ইয়াকো বেবিলনৰে অন্তৰ্গত বুলিব পাৰি, আন কি বেবিলনৰ আন এটা নাম কেল্‌দিয়া হৈ গৈছে। উত্থান-পতনেৰে ভৰপূৰ বেবিলনীয় বুৰঞ্জীত কেতিয়াবা কেল্‌দিয়াৰ বেবিলন-অধিকাৰ, কেতিয়াবা আকৌ বেবিলনৰ হাতত পৰাভৱ—এনে দেখা যায়। বেবিলনীয় ভূগোলৰ লগত তাৰ উত্তৰবৰ্ত্তী এচিৰিয়াৰ ঘনিষ্ঠ সম্বন্ধ। এ'চৰিয়া আধুনিক মেছপটে-মিয়াৰ দাঁতিকাষৰীয়াকৈ তাৰ পূবফালে অবস্থিত। বেবিলনৰ বুৰঞ্জীৰ আৰম্ভণ খৃষ্টপূৰ্ব্ব প্ৰায় তিনি হেজাৰ বছৰৰ আগৰ পৰা ধৰি তাৰ প্ৰায় দেৰ হেজাৰ বছৰৰ পাচত (খৃ-পূ প্ৰায় ১৩০০ অব্দত (১)) এচিৰিয়া বেবিলনৰ পৰস্পৰ ঘাত-প্ৰতিঘাত দেখিবলৈ পোৱা যায়। তেতিয়াৰে পৰা ভৌগোলিক হিচাবত এচিৰিয়া বে'বলন এক বুলি ধৰা যায়, বিশেষতঃ

(১) Ragozin—অৰ "Chaldea" গ্ৰন্থ—৩৮ পৃষ্ঠা।

বেবিলনৰ ভাষা, সাহিত্য, ধৰ্ম্মবিশ্বাস আদি সকলো এচিৰিয়াই বেবিলন অধিকাৰ কৰোতে গ্ৰহণ কৰে। কাজেই বেবিলনৰ বেদ বুলিলে এচিৰিয়াৰ বেদকো বুজাব। মোটামুটিকৈ এচিৰিয়া বেবিলনৰ মৌলিক অবস্থান এয়েই। মৌলিক অবস্থান বুলি কোৱাৰ অৰ্থ এই যে এচিৰিয়া বেবিলনে বেলেগ বেলেগ সময়ত আন আন প্ৰদেশ অধিকাৰ কৰি নিজৰ সীমা বঢ়াই লৈছে,—কেতিয়াবা বেবিলনৰ পূব ফালে থকা পাৰস্যৰ অন্তৰ্গত প্ৰাচীন ইলাম প্ৰদেশ, কেতিয়াবা চিৰিয়া পেলেষ্টাইন, কেতিয়াবা আকৌ সুদূৰবৰ্ত্তী মিছৰ।

২

## বেবিলন-এচিৰিয়াৰ চমু বুৰঞ্জী।

অতি চমুকৈ প্ৰাচীন জগতৰ এই বিশেষত্বপূৰ্ণ ভাগৰ বুৰঞ্জীৰ আভাস দিয়া হৈছে। এচিৰিয়া-বেবিলনৰ বুৰঞ্জী ইমান সঙ্কুল যে তাৰ বিশদ বিবৰণৰ কাৰণে এটা স্বতন্ত্ৰ প্ৰবন্ধৰ আৱশ্যক। কোনো দেশৰ ভূগোল আৰু বুৰঞ্জীৰ কথা না জানিলে তাৰ বেদ আদি পবিত্ৰ গ্ৰন্থৰ স্পষ্ট ধাৰণা কৰা টান বুলি হে প্ৰবন্ধৰ এই অংশত বেবিলন-এচিৰিয়াৰ বুৰঞ্জী আলোচনা কৰা হৈছে।

বেবিলনীয় সভ্যতাৰ প্ৰকৃত ঐতিহাসিক আৰম্ভণ কাল ডক্তৰ জেষ্ট্ৰ,' হল আদিৰ মতে খৃ-পূ প্ৰায় ৩০০০ অব্দ, কিন্তু জৰ্ম্মাণ পণ্ডিত ডক্তৰ হুমেলৰ মত অনুসৰণ কৰিবলৈ হলে আৰম্ভণ কাল আৰু আগলৈ নি খৃ-পূ প্ৰায় ৬০০০ অব্দ ধৰিব লাগিব। এই প্ৰবন্ধত আৰম্ভণ কাল, ইতিহাস আদিৰ বিষয়ে মাৰ্কিণ পণ্ডিত জেষ্ট্ৰ' আৰু ইংৰাজ পণ্ডিত হলৰ মত অনুসৰণ কৰা হৈছে (২)।

(২) ডক্তৰ জেষ্ট্ৰৰ Civilisation in Babylonia and Assyria (পৃ—১২০—১৮৬) আৰু পণ্ডিত হলৰ Ancient History of the Near East (পৃ ১৭১—১৯১)।

খৃ-পূ প্ৰায় চাৰি হেজাৰ বছৰৰ আগতে বেবিলনৰ দক্ষিণভাগ চুমাৰত চুমাৰীয় জাতিৰ আৰু তাৰ পাচত উত্তৰভাগ আক্কাদত চেমীয় জাতিৰ প্ৰাধান্য দেখা যায়। এই দুই জাতি কেতিয়া ক'ৰ পৰা আহি আক্কাদ-চুমাৰ সোমায় তাৰ নিৰ্ণয় হোৱা নাই। কিন্তু চুমাৰীয় ভাষা, লিপি আৰু চুমাৰীয় ভগ্নাৱশেষ সমূহ অধিক প্ৰাচীন দেখি চুমাৰীয় জাতিৰ উপনিবেশ প্ৰথমতে হৈ বুলি বুজা যায়। চুমাৰীয় জাতি ভাৰতৰ দ্ৰাবিড় জাতিৰে এটা শাখা গৈ হোৱা বুলি পণ্ডিত হলে অনুমান কৰিছে, যদিও ইয়াৰ কোনো প্ৰমাণ নাই। ১৯১৭ চনৰ কাৰণে প্ৰকাশ কৰা Hydrabad Archaeological Societyৰ পত্ৰিকাত শ্ৰীযুক্ত যজ্দানিয়েও দক্ষিণ-ভাৰতৰ আৰু পূৰ্ব্বোক্ত কেল্দিয়াৰ মৰা থোৱা আধাৰ বিলাকৰ (coffin) সৌসাদৃশ্য দেখি এনে বিধৰ সমন্ধ লগোৱা মত প্ৰকাশ কৰিছে, যদিও নিশ্চিত প্ৰমাণ দিব পৰা নাই। সি যি হক প্ৰকৃত ইতিহাসৰ আৰম্ভণতে চেমীয় (Semitic) বা আক্কাদীয় (Akkadian) আৰু চুমাৰীয় (Sumerian) জাতিৰ প্ৰাধান্য দেখা যায়।

চুমাৰীয় জাতি আৰু চেমীয় আক্কাদীয় জাতিৰ শত্ৰু সমন্ধ আছিল (৩), পৰস্পৰ ঘাত-প্ৰতিঘাত হৈ থকা দেখা যায়। অৱশ্যে চুমাৰীয় জাতিয়ে দক্ষিণ অংশ চুমাৰত আগৰে পৰা ৰাজত্ব কৰিছিল, যদিও তেওঁবিলাকৰ গোটেইখন দেশৰ ওপৰতে একাধিপত্য থকাৰ কোনো প্ৰমাণ পোৱা নাযায়। খৃ-পূ প্ৰায় ২৯০০ অব্দত চুমাৰীয় ৰজা ইয়ান্নাটামে দাঁতিকাষৰীয়া প্ৰদেশ পূৰ্ব্বোক্ত ইলামৰ আক্ৰমণ নিবাস কৰি ভাবী বেবিলনীয় ইতিহাসৰ নিত্য ঘাত প্ৰতিঘাতৰ সূচনা কৰে আৰু তেওঁতকৈও পৰাক্ৰমী চুমাৰীয়

(৩) আক্কাদীয় আৰু চুমাৰীয় জাতিৰ আকৃতিগত পাৰ্থক্যও আছিল, চুমাৰীয় জাতিৰ মুখ একপ্ৰকাৰ গোলাকাৰ, চেমীয় জাতিৰ জোঙা। আবিষ্কাৰ কৰা মূৰ্ত্তি সমূহৰ পৰা এনে বুলি জনা গৈছে। পণ্ডিত জেষ্ট্ৰৰ গ্ৰন্থত ছবি দিয়া আছে।

ৰজা লুগালজাগিছিয়ে (খৃ-পূ প্ৰায় ২৬৭৫) চিৰিয়া পৰ্য্যন্ত অধিকাৰ কৰি মিছৰ পৰ্য্যন্ত বিস্তাৰ কৰা বেবিলনীয় ৰাজশক্তিৰ প্ৰথম বিকাশ দেখুৱায়। চুমাৰীয় বংশৰ ৰজাৰ লগে লগে সৰু সৰু চেমীয় ৰাষ্ট্ৰও চলিছিল। এই প্ৰাচীন যুগত এখন এখন নগৰেই একোখন ৰাষ্ট্ৰত পৰিণত হৈছিল। যেনে, পূৰ্ব্বোক্ত ইয়ান্নাটামৰ ৰাজত্বৰ কিছুমান দিনৰ আগতে 'কিছ' নগৰ চেমীয় প্ৰাধান্যৰ কেন্দ্ৰ আছিল।

ইয়ান্নাটাম আদি পৰাক্ৰমী চুমাৰীয় ৰজাৰ প্ৰভাবত হীনপ্ৰভ হৈ থকা চেমীয় প্ৰাধান্য ধীৰে ধীৰে পূৰ্ব্বোক্ত ইলাম-বিজয়ী চাৰগণ্ নৃপতিৰ দিনত জ্বলি উঠিল। চাৰগণৰ সময় খৃ-পূ প্ৰায় ২৫০০। চাৰগণৰ পাচৰ জন নিয়েক চেমীয় নৃপতিৰ ৰাজত্বৰ পাচৰ পৰা দুশ বছৰৰ বেবিলনীয় ইতিহাস অন্ধকাৰ আবৃত, গতিকে জনা নাযায়। এই দুশ বছৰৰ পাচত বেলেগ বেলেগ পৰস্পৰ বিৰোধী ৰাজবংশৰ অধীনত চুমাৰীয় শক্তি খৃ-পূ প্ৰায় ২৪৫০ অব্দত আকৌ প্ৰবল হৈ উঠি প্ৰায় ২২০০ অব্দত আকৌ ধ্বংস হোৱাত চেমীয় জাতিৰ পুনৰুত্থানৰ বাট ঘুৰি বাৰ মুকলি হল। এই বাৰৰ চেমীয় জাতি আগৰ চেমীয় জাতি নহয়, চুমাৰীয় শক্তি ক্ষয় হোৱাৰ লগে লগে চিৰিয়াৰ ফালৰ পৰা এমৰীয় জাতি (Amorites) আহি বেবিলন অধিকাৰ কৰি চেমীয় জাতিৰ আচাৰ, ধৰ্ম্ম, ভাষা সকলো গ্ৰহণ কৰি নতুন এক বৃহত্তৰ চেমীয় জাতিৰ অৱতাৰণা কৰিলে। এই বাৰৰ চেমীয় প্ৰতিযোগিতা চুমাৰীয়ৰ লগত নহল, কিয়নো চুমাৰীয় জাতি তো অনেক পৰিমাণে চেমীয়ৰ লগতে মিহলি হৈ গৈছিল। এই বাৰ ইলামৰ ৰজা বিপক্ষ হৈ উঠিল, ঠিক ইলাম দেশৰ ৰজা নহয়, ইলাম আৰু বেবিলনৰ মধ্যবৰ্ত্তী ইলামৰে অধীনস্থ প্ৰদেশ ইমুটবাশৰ শাসনকৰ্ত্তাসকল। এই বিৰোধত এমৰীয় জাতিৰ জয় হল, ইমুটবাশ এমৰীয় ৰাজ্যৰ অন্তৰ্ভুক্ত প্ৰদেশ হৈ থাকিল। এই দিনিতে কোৱা উচিত, ৰাষ্ট্ৰীয় (political)

হিচাবত চুমাৰীয় জাতিৰ পতন হল, খৃ-পূ প্ৰায় ২১২৩ অব্দত এমৰীয় ৰজা হাম্মুৰাঁপিৰ দিনৰ পৰা চুমাৰীয় জাতি চেমীয় বা আক্কাদীয় জাতীৰ লগত এক হৈ গল, চুমাৰীয় জাতিত্বৰ স্বাতন্ত্র্য নাথাকিল। কিন্তু আক্কাদীয় বা চেমীয় সভ্যতাৰ প্ৰাণদাতা চুমাৰীয় ভাষা, সাহিত্য চলি থাকিল, ৰাজ-কাৰ্য্যত দুয়োটা ভাষাই ঠাই পালে, এই সময়ৰ দুয়ো ভাষাৰে লিপি পোৱা গৈছে, অৱশ্যে লৌকিক ভাষাৰূপে চুমাৰীয় ভাষাৰ পৰাজয় হল।

এমৰীয় জাতিয়ে এচিৰিয়াও দখল কৰিলে, অৱশ্যে এচিৰিয়াৰ এই সময়ৰ ৰাষ্ট্ৰীয় অৱস্থা অন্ধকাৰ আবৃত। খৃ পূ প্ৰায় ২২২৫ অব্দৰ পৰা প্ৰায় ১৯২৬ অব্দলৈকে এমৰীয় আধিপত্য চলিল। মাজে মাজে পৰাভূত চুমাৰীয় জাতীৰ—বিশেষকৈ পাৰছ্য উপসাগৰৰ নিচেই ওচৰতে থকা কেল্‌দিয়াবাসীৰ (৪) বিদ্ৰোহৰ সূত্ৰপাত হৈ এমৰীয় ৰাজশক্তিৰ প্ৰকোপত আকৌ শান্ত হল আৰু কেচীয় নামক এটা নতুন জাতিৰ (Kassites) অভ্যুদয় হৈ এটা নতুন শত্ৰু শক্তিৰ সূচনা কৰি ৰাখিলে। সি যি হক খৃ-পূ প্ৰায় ১৯২৬ অব্দৰ ওচৰাওচৰি সময়ত প্ৰাচীন এচিয়া মাইনৰৰ হিটি জাতিয়ে বেবিলন জয় কৰিলে, কিন্তু হিটি ৰাজত্বৰ বিষয়ে এতিয়া-লৈকে ঐতিহাসিক সকলে বিশেষ একো জানিব পৰা নাই। খৃ-পূ ১৯২৬ অব্দৰ পৰা ১৬০ বছৰৰ পাচত প্ৰায় ১৭৬০ অব্দত কেচীয় জাতিয়ে গোটাই বেবিলন অধিকাৰ কৰি পেলালে। সম্ভবতঃ এই ১৬০ বছৰেই হিটি জাতিৰ ৰাজত্বকাল। কেচীয় জাতিৰ উৎপত্তি সম্বন্ধে একো জনা নাযায়। খৃ-পূ প্ৰায় ১৭৬০ অব্দৰ পৰা প্ৰায় ১২০০ অব্দলৈকে এই ৫৬০ বছৰ কম বেচি আধিপত্য চলাই কেচীয় জাতি লোপ পালে। কেচীয় অধিকাৰৰ সময়তে এচিৰিয়া বেবিলনৰ (৫) * প্ৰথম উল্লেখযোগ্য

(৪) সম্ভৱতঃ কেল্‌দিয়া পৰাভূত চুমাৰীয় জাতিৰ আশ্ৰয় স্থল হৈ পৰিছিল।

(৫) এচিৰিয়াৰ আদিম ৰাষ্ট্ৰীয় অৱস্থাৰ বিষয়ে এতিয়ালৈকে ভালকৈ জানিব পৰা

সংঘৰ্ষ আৰম্ভ হয় ( খৃ-পূ প্ৰায় ১৪৫০ )। ইয়াৰ পাচত চতুৰ্দ্দশ শতিকাত মিছৰে বেবিলনীয় প্ৰদেশ চিৰিয়া আৰু পেলেষ্টাইন দখল কৰিলে আৰু ত্ৰয়োদশ শতিকাৰ মধ্যভাগত ( খৃ-পূ প্ৰায় ১২৫০ ) এচিৰিয়াৰ প্ৰথম বেবিলন-অধিকাৰ ঘটে। এই অধিকাৰ মাজতে লোপ পাই আকৌ দ্বাদশ শতিকাৰ মধ্যভাগত ( খৃ-পূ প্ৰায় ১১৫০ ) প্ৰবল হৈ উঠে। এই লোপৰ সময়তে সুবিধা পাই প্ৰবল হৈ উঠা বেবিলনীয় ক্ষমতাই অছুৰ্-ৰেছিছি, প্ৰথম টিগ্লথ্-পিলেছাৰ ( খৃ-পূ প্ৰায় ১১২৫—১১০০ ) আদি নৃপতিৰ দিনৰ এচিৰীয় পুনৰুত্থানৰ সময়ত আকৌ স্বাধীনতা হেৰুৱালে। ইতিমধ্যতে খৃ-পূ ১১৫০ অব্দৰ আগৰ পৰা বেবিলনত "ইচিন" নামক এটা নতুন ৰাজবংশৰ অৱতাৰণা হয়, ১১০০ অব্দত এচিৰীয় ৰাজশক্তিৰ হ্ৰাস ঘটিলত আগৰে পৰা এচিৰিয়াৰ লগত প্ৰতি-দ্বন্দ্বিতা কৰি থকা এই ৰাজবংশই বেবিলন-ৰাজ-লক্ষ্মীৰ অধিকাৰ লাভ কৰে। কিন্তু দুৰ্ভাগ্যবশতঃ অলপ পাচতে খৃ-পূ ১০৪৩ অব্দত ইয়াৰ উচ্ছেদ ঘটে। এই বংশ লোপ হোৱাৰ লগে লগে বেবিলনীয় স্বাধীনতা-লোপৰ সূত্ৰপাত হল। ইচিন বংশৰ পাচত পূৰ্ব্বোক্ত কেল্দিয়াবাসীয়ে কুৰি বছৰ আৰু বিট বাজি বুলি এটা অজ্ঞাত বংশই কুৰি বছৰ ৰাজ্য-ভোগ কৰে। ওচৰচুবুৰীয়া ইলাম প্ৰদেশেও বেবিলন অতিকৈ দুৰ্ব্বল হৈ পৰাত চল পাই খৃ-পূ একাদশ আৰু দ্বাদশ শতিকাত আক্ৰমণ কৰি-বলৈ ধৰিলে। খৃ-পূ প্ৰায় ১০০০ অব্দত ( একাদশ শতিকাৰ শেহভাগত ) বেবিলনত ইলামীয় ৰজাই ৰাজত্ব কৰাৰ কথা জনা যায়।

* নাই। কিন্তু এচিৰিয়াৰ সভ্যতা অতি প্ৰাচীন, খৃষ্টজন্মৰ ৩০০০ বছৰৰ আগৰৰ এচিৰীয় লিপি পোৱা গৈছে। চেমীয় আৰু চুমাৰীয় জাতিৰ পূৰ্ব্ব-ঐক্য-সাধনকাৰী এমৰীয় ৰজা পূৰ্ব্বোক্ত হাম্মুৰাপিয়ে খৃ-পূ প্ৰায় ২১২৩ অব্দৰ অলপ পাচত এবাৰ এচিৰিয়া দখল কৰিছিল, কিন্তু খৃ-পূ ১৮৫০ অব্দৰ মেছপটেমিয়া-বিজয়ী এচিৰীয় ৰজা ছাম্ছি আদাদৰ দিনৰ পৰাহে এচিৰিয়াৰ প্ৰকৃত ইতিহাসৰ আৰম্ভ।

ইচিন বংশৰ লোপ হোৱাৰ লগে লগেই বেবিলনৰ ৰাষ্ট্ৰীয় অধোনতি আৰম্ভ হয়। ক্ৰমাত দুৰ্ব্বল হৈ আহি খৃ-পূ অষ্টম শতিকাত বেবিলন সম্পূৰ্ণ-ৰূপে এচিৰিয়াৰ অধীন হল। এচিৰিয়াৰ ৰজাই বেবিলন শাসন কৰিবলৈ ধৰিলে, মোটতে বেবিলন আৰু এচিৰিয়া এক হৈ গল। এচিৰিয়া আৰু বেবিলনৰ মিশ্ৰণ ঘটি যি পৰাক্ৰমী নতুন ৰাষ্ট্ৰশক্তিৰ বিকাশ হল সি খৃ-পূ ৬২৫ অব্দলৈকে প্ৰভাব বিস্তাৰ কৰিবলৈ ধৰিলে। স্থায়ী কৰি ৰাখিব নোৱাৰিলে যদিও এই সময়ৰ ভিতৰত এচিৰিয়া-বেবিলনে মিছৰ, ইলাম আৰু এচিয়া-মাইনৰৰ লিদিয়া প্ৰদেশ অধিকাৰ কৰে, চিৰিয়া-পেলেষ্টাইন পুনৰ দখল কৰে, উত্তৰ আৰু দক্ষিণ আৰবৰ কোনো ভাগক অধীন কৰি লয়। খৃ-পূ দ্বাদশ শতিকাৰ পৰা এচিৰিয়াই পাৰছ্যৰ ওপৰতো অধিকাৰ বিস্তাৰ কৰিছিল। খৃ-পূ ৬২৫ অব্দত এই বিশাল এচিৰীয় শক্তি নিৰাস কৰি সম্ভবতঃ প্ৰাচীন চুমাৰীয় জাতিৰে আশ্ৰয় স্থল কেল্‌দিয়া প্ৰদেশৰ নেবপলেছাৰে নতুন বেবিলনীয় সাম্ৰাজ্য স্থাপন কৰে। ইতিহাসত ইয়াকে "Neo-Babylonian Empire" বোলে। এই ৰাজত্বত এচিৰিয়াৰ নিনেভ নগৰৰ সলনি বেবিলন নগৰ পুনৰ ৰাজধানী হল। খৃ-পূ ৫৩৯ অব্দত পাৰছ্যৰাজ চাইৰাচে এচিৰিয়াৰ ভূতপূৰ্ব্ব পাৰছ্য অধিকাৰৰ প্ৰতিশোধ লোৱাৰ ছলেৰে বেবিলন অধিকাৰ কৰিল। পাৰছ্য অধিকাৰত জৰথুস্ত্ৰৰ ধৰ্ম্মৰ (Zoroastrianism) প্ৰভাৱত বেবিলনীয় জাতিত্বৰ স্বাতন্ত্ৰ্য যথেষ্ট পৰিমাণে কমিল। চাইৰাচ একিমীয় (Achaemian) ৰাজবংশৰ ৰজা আছিল। একিমীয় ৰাজবংশৰ খৃ-পূ ৩৩১ অব্দত লোপ পেলাই এলেক্‌জান্দাৰে বেবিলন অধিকাৰ কৰি লত বেবিলনৰ জাতি-ধৰ্ম্ম-গত স্বাতন্ত্ৰ্য আৰু কমিল। তথাপি খৃষ্টজন্মৰ পাচত্তো বহুবদিয়েকলৈ বেবিলনীয় ভাষা আৰু লিপিৰ প্ৰচলন দেখা যায়। মোটতে গ্ৰীচীয় অধিকাৰৰ লগে লগেই বেবিলনৰ জাতি, ধৰ্ম্ম, লিপি, ভাষা সকলো লোপ পাবলৈ ধৰিলে।

এয়ে বেবিলনৰ দীৰ্ঘব্যাপী ৰাষ্ট্ৰীয় ইতিহাসৰ চমু আভাস। কত যুগৰ আগেয়ে বেবিলনৰ ৰাষ্ট্ৰীয় বিকাশ আৰম্ভ হৈছিল, খৃষ্টজন্মৰো কত হেজাৰ বছৰৰ আগেয়ে বেবিলনীয় সভ্যতাৰ আবিৰ্ভাব হৈছিল—এই বিলাক কথা ভাবিলে স্বভাৱতে আমাৰ অনাদি-অনন্ত-সম্পৰ্কীয় ধূঁৱলি-কুঁৱলি ধাৰণাবিলাকে মন অধিকাৰ কৰি পেলায়। বেবিলনৰ পৰবৰ্ত্তী ভাগ্য চক্ৰৰ বৃত্তান্ত অধ্যাপক জেষ্ট্ৰ' মহোদয়ে একেবাৰ কথাৰে কৈ থৈছে "Alexander, Caesar and Napolean are the natural succes·ors of the Babylonian rulers who first laid claim to being the 'King of the four regions'."

৩

## বেবিলনীয় বুৰঞ্জীৰ লগত বেবিলনীয় বেদৰ সম্পৰ্ক।

বেবিলন এটীয়া ৰাষ্ট্ৰীয় সমষ্টি Political unit) নহয়। বেলেগ বেলেগ জাতিবৰ সমাবেশত ইয়াৰ ৰাষ্ট্ৰীয় জীৱন গঠিত হৈছিল। প্ৰথমতে চুমাৰীয় আৰু চেমীয় আক্কাদীয় জাতি আৰু তাৰ পাচত ক্ৰমাৎ চুমাৰীয় জাতিৰ অবনতি হৈ চেমীয় আক্কাদীয় জাতিৰ লগত সম্মিশ্ৰণ আৰু স্বাতন্ত্ৰ্য হানি দেখিবলৈ পোৱা যায়। ইয়াৰ পাচত এমৰীয়, ইলামীয়, কেচীয়, হিটি (৬) আৰু এচিৰীয় জাতিয়ে কালক্ৰমত বেবিলনৰ ভাগ্য বিধান কৰে।

(৬) এতিয়ালৈকে যিবিলাক আবিষ্কাৰ আৰু অনুসন্ধান হৈছে তাৰ পৰা কেচিয় জাতিৰ সভ্যতা· শিল্প, সাহিত্য আদি বিষয়ত উন্নত নাছিল বুলি জনা যায়। কিন্তু হিটি জাতিৰ উচ্চ সভ্যতা আছিল। প্ৰাচীন এচিয়া মাইনৰৰ মধ্য আৰু উত্তৰ ভাগত হিটি সভ্যতাই বিৰাজ কৰিছিল। চিৰিয়া-পেলেষ্টাইন পৰ্য্যন্ত হিটিসকলে দেশ জয় কৰিছিল। গেষ্ট্ৰং আদি পণ্ডিত সকলে হিটি সভ্যতাৰ বিষয়ে অনুসন্ধান কৰিব লাগিছে, ডক্তৰ চেইচে হিটি জাতিৰ লিপিমালাৰ অৰ্থৰহস্য ভেদ কৰিবলৈ আৰম্ভ কৰিছে। তাৰ পাচত, বেবিলনৰ ৰাতিতে পূবকালে থকা প্ৰাচীন পাৰছ্যৰ অন্তৰ্গত ইলামৰো অতি প্ৰাচীন যুগত উচ্চধৰণৰ স্বতন্ত্ৰ সভ্যতা আছিল, যদিও পাচত ইলামীয় সাধনা ( culture ) সম্পূৰ্ণৰূপে বেবিলনীয় প্ৰভাৱৰ অধীন হৈছিল। ফৰাচী পণ্ডিত মৰ্গাৰ নেতৃত্বত এদল অনুসন্ধানকাৰী সুদূৰ ফ্ৰান্সৰ পৰা আহি ইলামীয় সভ্যতাৰ নিদৰ্শন সমূহ আবিষ্কাৰ কৰিছিল।

ইয়াৰ ভিতৰত ইলামীয় আৰু হিট আলহী শত্ৰু, আহিছে আৰু গৈছে। কাজেই বেবিলনৰ বেদ বুলিলে প্ৰধাণতঃ আক্কাদীয়, চুমাৰীয়, এমৰীয়, কেচীয় আৰু এচিৰীয় — এই আটাই কেওটা জাতিৰে বেদ বুলিব লাগিব। এই জাতি সমূহৰ ইতিহাস নাজানিলে বেবিলনীয় বেদৰ ব্যাপকতা, সীমা আদিৰ বিষযে স্পষ্ট ধাৰণা কৰা টান। কিন্তু আশ্চৰ্য্যৰ বিষয় এই যে আক্ৰমণকাৰী এটা জাতিয়েও প্ৰাচীন আক্কাদ-চুমাৰৰ অৰ্থাৎ মূল বেবিলনৰ মানসিক আৰু সামাজিক জীৱনত সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটাই অন্যবিধ গতি দিব নোৱাৰিলে, উভতি নিজেহে প্ৰাচীন বেবিলনৰ ধৰ্ম্ম-বিশ্বাস, আচাৰ ব্যবহাৰ আৰু বিশেষকৈ বহুমূলীয়া ভাষা আৰু লিপি গ্ৰহণ কৰিলে। অৱশ্যে নতুন নতুন অৱস্থাৰ অনুৰূপকৈ নতুন প্ৰবৰ্ত্তনো অনেক হৈছিল। প্ৰায় তিনি হেজাৰ বছৰ ব্যাপী ক্ৰমাগত ৰাষ্ট্ৰীয় বিৰোধ আৰু অনৈক্যৰ মাজেদি বেবিলনীয় মানসিক সাধনাৰ যি অবিৰাম ধাৰা প্ৰবাহিত হৈছিল, বেবিলনীয় বেদ সেই সাধনাপ্ৰবাহৰ আত্মপ্ৰকাশ মাথোন। বেবিলনৰ নানা ৰাষ্ট্ৰীয় অনৈক্যৰ মাজত জাতীয়-সমন্বয়-সাধনকাৰী ধৰ্ম্মবিশ্বাস, আচাৰ, ভাষা আৰু লিপি বেবিলনীয় বেদত সঞ্চিত হৈ আছে। প্ৰকৃতপক্ষত, বেবিলনৰ ৰাষ্ট্ৰীয় অনৈক্য মানসিক সাধনাৰ ধাৰ নিছিগা সঞ্জীৱনৰসেৰে অনুপ্ৰাণিত আছিল। এই বাবেই শত অশান্তিৰ মাজতো বেবিলনীয় শিল্পকলা, লিপিকাৰ্য্য আদিৰ তুলনাহীন উন্নতি হবৰ সুযোগ মিলিছিল। বেবিলনত ৰাষ্ট্ৰ আৰু ধৰ্ম্ম কিদৰে এক আছিল তাক পাচত বুজোৱা হৈছে; এই ঐক্যৰ কাৰণেই শত অশান্তি আৰু ৰাষ্ট্ৰীয় বিপ্লবৰ মাজতো অপ্ৰতিহতভাৱে বেবিলনীয় বেদৰ ৰচনা চলিছিল। এই এটা যথাৰ্থ ঐতিহাসিক আশ্চৰ্য্য। নিম্ন স্তৰৰ মানসিক সাধনাৰ দেশত এনেকুৱা নিত্য ৰাষ্ট্ৰীয় বিৰোধ ঘটা হলে সেই দেশ মৰুভূমি হৈ থাকিল হেঁতেন।

বেবিলনৰ আক্ৰমণকাৰী সকলৰ ভিতৰত সবাতকৈ পৰাক্ৰমী এচৰীয় জাতিয়েই সবাতকৈ বেচিকৈ বেবিলনীয় ভাষা, লিপি, ধৰ্ম্ম আদি নিজ অৱস্থাৰ অনুৰূপকৈ গ্ৰহণ কৰি (৭) নিজ সভ্যতা পোষণ কৰিবৰ সুবিধা পাইছিল। বেবিলনীয় বেদ ৰাষ্ট্ৰীয় উন্নতিৰ সহায়কাৰী এই ভাষা, ধৰ্ম্মভাব আদিৰ নিধিস্বৰূপ। মোটতে বেবিলন এটীয়া ৰাষ্ট্ৰীয় সমষ্টি নহয়, বেবিলনৰ ইতিহাস ক্ৰমাগত ৰাষ্ট্ৰীয় পৰিবৰ্ত্তন আৰু নানা বিকাশৰে পৰিপূৰ্ণ। বেবিলনীয় বেদ এই ৰাষ্ট্ৰীয় ক্ৰমবিকাশৰ কোনো এটা বিশেষ স্তৰত উৎপন্ন হোৱা নাই। আন পক্ষত, নতুন নতুন অৱস্থাৰ অনুৰূপ যৎকিঞ্চিৎ পৰিবৰ্ত্তন হোৱা স্বত্বেও বেবিলনীয় বেদে বিবিধ ৰাষ্ট্ৰীয় উত্থান পতনৰ মাজে দি নিজ স্বাতন্ত্ৰ্য ৰক্ষা কৰি আহিছিল, বেবিলনৰ নানাজাতীয় ৰাষ্ট্ৰীয় পৰিবৰ্ত্তনৰ লগে লগে বেবিলনীয় বেদৰো ক্ৰমোৎপত্তি হৈ আহিছিল, কাজেই বেবিলনৰ ইতিহাসৰ পৰা বেবিলনৰ বেদক পৃথক্ কৰিব নোৱাৰি।

৪

## বেবিলনৰ বেদ বুলিলে কি বুজায়।

ভাৰতত বেদ বুলিলে দেৱতাৰ স্তুতি প্ৰধান ঋগ্‌বেদ আদি আৰু দেৱতাৰ তৃপ্তি সাধনৰ কাৰণে কৰা যজ্ঞ আৰু স্তুতিৰ সম্বন্ধ আদি বিষয়ে লিখা "ব্ৰাহ্মণ গ্ৰন্থ" সমূহ বুজায়। স্তুতিৰ বাহিৰেও নানা কাৰণত প্ৰয়োগ কৰা মন্ত্ৰও ( incantation ) ইয়াৰে অন্তৰ্গত। অথৰ্ব্ববেদত এনে "মন্ত্ৰ" বেচি। বেবিলনীয় বেদ বুলিলেও মোটামুটিকৈ এনে বিধৰ ৰচনাকে বুজায়।

আৰু এটা কথা। ভাৰতত বেদ মানে একেলগে সংগ্ৰহ কৰি থোৱা স্তোত্ৰৰাশিক বুজায়। এই সংগ্ৰহ কাৰ্য্য আধুনিক যুগত কৰা নহয়।

---

(৭) " ........it was from Babylonia that the Assyrians derived their system of writing, the greater part of their literature, their religion and their laws "—ডক্তৰ চেইচৰ Hibbert Lectures (১৮৮৭)—[illegible]

অতি প্ৰাচীন যুগতে "মণ্ডল" আদি অধ্যায় বিভাগ অনুসৰি কৰি থোৱা এই সংগ্ৰহ আজি পৰ্য্যন্ত চলি আহিছে। প্ৰাচীন পাৰছ্যৰ জেন্দ্ আবেস্তাৰ বিষয়েও এই একে কথা। কিন্তু বেবিলনৰ যিবিলাক "মন্ত্ৰ" "স্তোত্ৰ" আদি আছে, সেই বিলাক অ'ত ত'ত সিঁচতি হৈ পৰি থকা অৱস্থাত পোৱা হৈছে। অৱশ্যে "মন্ত্ৰ" "স্তোত্ৰ" আদিৰ অনেক একেলগে সানমিহলি হৈ থকা কিছুমান "সংগ্ৰহ" ( collection ) পোৱা গৈছে, কিন্তু ঋগ্বেদ আদিৰ দৰে এই আটাইবিলাক "সংগ্ৰহ" আৰু পৃথক্ পৃথক্ "মন্ত্ৰ" "স্তোত্ৰ" আদি প্ৰাচীন যুগতে গ্ৰন্থাকাৰত একেলগে গোটাই থোৱা অৱস্থাত পোৱা নাই। তাৰ পাচত, "মন্ত্ৰ" "স্তোত্ৰ" আদি একেলগে সানমিহলি নোহোৱা পৃথক্ পৃথক "মন্ত্ৰ", পৃথক্ পৃথক্ "স্তোত্ৰ" আদি মিলাই গঠন কৰা সংগ্ৰহো কিছুমান পোৱা গৈছে। গাইগুটীয়া "মন্ত্ৰ" "স্তোত্ৰ" আদিৰতো কথাই নাই। যোৱা শতাব্দীতহে বেবিলনীয় বেদৰ আৱিষ্কাৰক ফৰাছী পণ্ডিত ফ্ৰাঁচোৱা লেনৰমাই সৰ্ব্বপ্ৰথমে এই বিলাকত শৃঙ্খলা লগাই বিষয়বিভাগ কৰি দেখুৱাইছিল। তেখেতেই পোনতে বেবিলনীয় "স্তোত্ৰ"-ৰাশিৰ "কেল্দীয় ঋগ্বেদ" (Chaldaean Rig Veda) এই নাম দিয়ে (৮)। ভাৰতৰ তিলক মহোদয়েও এই বিলাকক সাধাৰণ ভাৱে "Chaldaean Vedas" এনে নিৰ্দ্দেশ কৰিছে (৯)। এই বিধৰ নিৰ্দ্দেশ অনুসৰিয়েই বৰ্ত্তমান প্ৰবন্ধত বেবিলনৰ বেদ এনে বোলা হৈছে।

( ৫ )

## বেবিলনীয় বেদৰ বিষয়বিভাগ আৰু নিদৰ্শন।

পণ্ডিত লেনৰমাই যি বিভাগ কৰি গল সেই বিভাগেই সৰ্ব্ববাদি-সম্মত। সাধাৰণতঃ তিনি ভাগত বেবিলনীয় বেদ বিভক্ত।

---

(৮) Hibbert Lectures (১৮৮৭)—৩১৫পৃ।

(৯) Bhandarkar Commemoration Volume—(লোকমান্য তিলকৰ প্ৰবন্ধ)

## ( ক )

# মন্ত্ৰাৱলী।

প্ৰথমতে মন্ত্ৰৰাশি—বিপদ, ব্যাধি আদি অমঙ্গলৰ পৰা ৰক্ষা পাবৰ কাৰণে প্ৰয়োগ কৰা হৈছিল। গাইগুটীয়া পৃথক্ পৃথক্ হৈ থকা মন্ত্ৰৰ বাহিৰেও এই মন্ত্ৰ সমূহৰ কিছুমান সংগ্ৰহ আছে, কিন্তু সেই বুলি যে এই আটাইবিলাক মিলাই এখন গ্ৰন্থ কৰা হৈছিল সি নহয়। তথাপি সুবিধাৰ কাৰণে ডক্তৰ চেইচে The Book of Incantations" এই নাম দি লৈছে (১০)। তলত এই মন্ত্ৰৰাশিৰ কিছুমান উদাহৰণ দিয়া হল।

( মন্ত্ৰ, স্তোত্ৰ আদিৰ উদাহৰণ বিলাক "The Cuneiform Inscriptions of Western Asia" নামক যি পাঁচ ভাগ গ্ৰন্থ বিলাতৰ ব্ৰিটিছমিউজিয়মৰ কৰ্ত্তৃপক্ষে উলিয়াইছে তাৰ ইংৰাজী অনুবাদৰ পৰা ভাঙি দিয়া হৈছে। বাহুল্য হয় দেখি গোটেইটো নাম নিদি মন্ত্ৰ আদিৰ তলত "খোদিত লিপি" (Inscriptions) এই সংক্ষিপ্ত নাম ব্যৱহাৰ কৰা হৈছে। ৬; ১০ আদি যিবিলাক সংখ্যা দিয়া হৈছে সেই বিলাক শাৰীৰ সংখ্যা। সকলোবিলাক শাৰী নিদি মাথোন কিছুমান শাৰী বাচি তাৰ অৰ্থ দিয়া হৈছে। )

অগ্নি দেৱতাৰ মহিমা কীৰ্ত্তন আৰু সাতোটা দানবৰ উল্লেখ কৰা হৈছে। এই দানব সাতোটাৰ উল্লেখ অনেক মন্ত্ৰত পোৱা যায়।

"৬—হে অগ্নি দেৱতা! সৰ্ব্বপ্ৰধান, আদিজন্মা, শক্তিশালী, 'অনু' দেৱতাৰ (১১) আদেশ সমূহৰ শ্ৰেষ্ঠ বিধানকাৰী!

১০—হে অগ্নি! সিহঁত সাতোটাৰ জন্ম কিদৰে হল, কিদৰে ভৰণ-পোষণ হল?

---

(১০) ডক্তৰ চেইচৰ Glifford Lectures—৪০২ পৃ।

(১১)—"অনু" দেৱতাৰ বিবৰণ পাচত দিয়া হৈছে।

১১—সিহঁত সাতোটাৰ অস্তাচলত জন্ম,

১২—সিহঁত সাতোটাৰ উদয়গিৰিত ভৰণপোষণ।

১৩—পৃথিবীৰ কোটৰসমূহত সিহঁতৰ বসতি।

১৪—পৃথিবীৰ উচ্চপ্ৰদেশ সমূহত সিহঁতৰ নাম বিখ্যাত।

১৫—স্বৰ্গ আৰু পৃথিবীৰ ভিতৰত সিহঁতৰ ঠাই নাই, সিহঁতৰ নাম গুপুত।

১৬—জ্ঞানী দেবতাসকলৰ মাজত সিহঁতক কেৱে চিনি নাপায়।

৩০—এই সাতোটাৰ পথ অগ্নিদেবতাই জানে, নানা ঠাইত সিহঁতৰ বসতি স্থল অগ্নি দেবতাই বিচাৰি উলিয়ায়।"—( খোদিত লিপি চতুৰ্থভাগ, ১৫ )

মন্ত্ৰটোৰ শেহৰ শাৰীয়ে ঋগ্বেদৰ দুটা শাৰিলৈ মনত পেলায়—

"বেদ যঃ বীনাং পদম্" ( যি বকণে চৰাই বিলাকৰ পথ জানে, ) "বেদা যে অধ্যাসতে" [ যি ( পৃথিবী, অন্তৰীক্ষ স্বৰ্গত ) থাকে তাকো চিনি পায়। ] ( ঋগ্বেদ, ১।২৫।৭,৯ )

এইটো উন্মাদ ৰোগত প্ৰয়োগ কৰা মন্ত্ৰ—

"১—মূৰৰ ব্যাধিয়ে মৰুভূমিত ( সাপৰ দৰে ) মেৰ খাইছে, বতাহৰ দৰে বলিছে।

২—বিজুলিৰ দৰে চমক মাৰিছে; ওপৰ আৰু তলত বিনাশ সাধন কৰিছে।

৫—আই মাতৃ 'ইষ্টৰ' দেবী ( ১২ ) যাৰ আশ্ৰয় নাই, ই তাৰ ধ্বংস কৰিছে।

৬—স্বৰ্গৰ তৰাৰ দৰে ই ছুটিছে, পানীৰ দৰে ই নিশাভ্ৰমণ কৰিছে।" ( খোদিত লিপি, চতুৰ্থভাগ, ৩, ৪ )

---

(১২) 'ইষ্টৰ' দেবীৰ বিবৰণ পাচত দিবা হৈছে।

এই মন্ত্ৰবিলাকৰ অনেকঠাইত এটা ৰহস্যভাব (mysticism) আছে। মন্ত্ৰৰ কবিত্বৰ ফালেও পাঠকে বিশেষভাবে মন কৰিব। উন্মাদ-ৰোগৰ এই মন্ত্ৰটোৰে সৈতে অথৰ্ব্ববেদৰ উন্মাদ মন্ত্ৰৰ তুলনা কৰিব পাৰি।

বেবিলনীয় মন্ত্ৰৰাশিত 'ঝি'ৰ কথা সকলোকতকৈ বেচি। ঝি' মানে অলৌকিক কোনো শক্তি। প্ৰথমতে আত্মাৰ ধাৰণা হোৱাৰ আগেয়ে অতি প্ৰাচীন যুগৰ মানুহৰ মনত মানুহৰ দৈহিক সমষ্টিৰ অতিৰিক্ত কিবা এটা শক্তি বা সমষ্টিৰ ধাৰণা ধীৰে ধীৰে উৎপন্ন হয়। এই ৰহস্যপূৰ্ণ (mystic) শক্তিৰ ধাৰণা বেবিলনীয় "ঝি"ত সঞ্চিত হৈ আছে। "ঝি"ৰ আলোচনা কৰোতে, অতি অতি প্ৰাচীন যুগত নিজৰ পৰা ভিন্ন নানা পদাৰ্থ দেখি, অদৃশ্য শক্তিৰ নানা ক্ৰিয়া দেখি, মানবকল্পনাই উদ্ভাৱন কৰা কিছুমান দেহাতিৰিক্ত অমানুষিক শক্তিৰ কথা মনত ৰাখিব লাগিব। প্ৰাচীনতম কালত ভূত-প্ৰেত-বিশ্বাসৰ যি প্ৰাধান্য দেখা যায় তাৰ পৰা বোধ হয় যে এই অলৌকিক শক্তিৰ কল্পনাত ক্ষমতাশালী প্ৰেতাত্মা আদিৰ ছাঁ পৰিছিল। এটা জ্বৰৰ মন্ত্ৰত পূৰ্ব্বোক্ত "ঝি"ৰ কথা আছে। শক্তিৰ ধাৰণা মনত ৰাখি "ঝি"ৰ অনুবাদ "শক্তি" শব্দেৰে কৰা হল।

"৬—স্বৰ্গৰ শক্তিয়ে এই জ্বৰ দূৰ কৰক, পৃথিবীৰ শক্তিয়ে দূৰ কৰক।

৭—পৃথিবীৰ অলৌকিক অধীশ্বৰৰ শক্তিয়েই হক বা

৮—পৃথিবীৰ অলৌকিক অধীশ্বৰীৰ শক্তিয়েই হক,

৯—নক্ষত্ৰৰাশিৰ অলৌকিক অধীশ্বৰৰ শক্তিয়েই হ'ক বা

১০—নক্ষত্ৰৰাশিৰ অলৌকিক অধীশ্বৰীৰ শক্তিয়েই হ'ক,

১৭—জীৱন উষাৰ অলৌকিক অধীশ্বৰৰ শক্তিয়েই হ'ক বা

১৮—জীৱন-উষাৰ অলৌকিক অধীশ্বৰীৰ শক্তিয়েই হ’ক,

১৯—আকাশী বাণীৰ অলৌকিক অধীশ্বৰৰ শক্তিয়েই হ’ক বা

২০—আকাশী বাণীৰ অলৌকিক অধীশ্বৰীৰ শক্তিয়েই হ’ক,

২১—হে শক্তি, মুল্‌লিলৰ (১৩) জনক জননীৰ অলৌকিক ঈশ্বৰ, দূৰ কৰাঁ,

২২—হে শক্তি, মুল্‌লিলৰ জনক জননীৰ অলৌকিক ঈশ্বৰী, দূৰ কৰাঁ।” (খোদিত লিপি, চতুৰ্থ ভাগ, ১, ২।)

এই মন্ত্ৰটোৰ ১৭, ১৮, ১৯ আৰু ২০ শাৰীত কবিত্ব আৰু ৰহস্য ভাব পৰিস্ফুট হৈ উঠিছে। অথৰ্ব্ববেদতো জ্বৰৰ মন্ত্ৰ আছে, কিন্তু তাৰ বেচি জগতে জ্বৰক এটা অপদেবতাৰূপে কল্পনা কৰি ৰোগীক এৰি যাবলৈ খটা হৈছে। এটা নিদৰ্শন দিওঁ—

“অয়ং যো বিশ্বান্ হৰিতান্ কৃণোষ্যুচ্ছোচয়ন্নগ্নিৰিবাভিদুন্বন্।

অধা হি তক্মন্নৰসো হি ভূয়া অধা ন্যঙ্ঙধৰাঙ্ বা পৰেহি।”

(অথৰ্ব্ববেদ, ৫।২২।২)

“যি তুমি জ্বলন্ত জুইৰ দৰে সকলো মানুহকে হালধীয়া (অৰ্থাৎ শেতা) কৰি পেলোৱা, হে তক্মন্ (১৪)! দুৰ্ব্বল আৰু অপাৰগ হোৱাঁ। ইয়াৰ পৰা পৃথিবীৰ তলৰ ৰাজ্যবিলাকলৈ গুচি যোৱাঁ অথবা অন্তৰ্ধান হোৱাঁ।”

জ্বৰ গুচাবলৈ প্ৰায়েই “কুষ্ঠ” নামক ঔষধৰ গছকো প্ৰাৰ্থনা কৰি মন্ত্ৰ পাঠ কৰিছিল, (যেনে, অথৰ্ব্ববেদ, ৫।৪)। এই ঔষধ জ্বৰত ব্যৱহাৰ কৰা হৈছিল।

বেবিলনীয় মন্ত্ৰৰ আৰু এটা নিদৰ্শন এই—

:—যি কোনো অমঙ্গল, যি কোনো বেয়া, অমুকৰ গাত আছে,

---

(১৩) মুল্‌লিল পুৰবী তৰাৰ দেৱতা।—পৃষ্ঠাত মুল্‌লিলৰ স্তুতিৰ নিদৰ্শন দিয়া হৈছে।
(১৪) তক্মন্ জ্বৰৰ নাম।

৬—গাৰ পানীৰ দৰে ‥ …

৭—তাৰ তেওঁ হাত সাৰক, নৈয়ে তাক ( পানীৰ ) তললৈ লৈ যঁক।

৮—এই শাপ, স্বৰ্গৰ শক্তি, দূৰ কৰাঁ!

মৰ্ত্তৰ শক্তি, দূৰ কৰাঁ!" ( খোদিত লিপি, দ্বিতীয় ভাগ, ৫১ )।

এই মন্ত্ৰটোৰে অলপ পাচত জুই জলোৱাৰ কথা কৈ ৰহস্য ভাবৰ চূড়ান্ত চানেকি দেখুৱা হৈছে—

"১৯—জুইক মই শান্ত কৰিলোঁ, মই জলিছোঁ, মই বাঢ়িছোঁ;

২০—শম্ভ দেবতাক অৰ্ঘ্য স্বৰূপে দিলোঁ; মই মহৎ আৰু গৰিমাময়।

২১—মানব আৰু দেবতাৰ সঙ্ঘসাধনকাৰী ( শম্ভ দেবতাই ) নিজ পাশৰ পৰা মুক্তি দিয়ক।

২২—অওঠাৰ দৰে মই জলিলোঁ, মই চৰাইক শান্ত কৰিলোঁ;

২৩—জুইৰ দৰে মই জলিলোঁ, মই অন্নৰ বৃদ্ধি কৰিলোঁ;

২৪—শম্ভ দেৱতাৰ দৰে মই অৰ্ঘ্য দিলোঁ, মই মহৎ আৰু গৌৰবান্বিত।

২৫—মানব আৰু দেবতাৰ সঙ্ঘসাধনকাৰী শম্ভ দেবতাই নিজ পাশৰ পৰা মুক্তি দিয়ক।" ( খোদিত লিপি, দ্বিতীয় ভাগ, ৫১ ) এই গভীৰৰহস্য পূৰ্ণ মন্ত্ৰৰ কোনো কোনো কথাৰ সুবহু সাদৃশ্য ঋগ্‌বেদত দেখা যায়। ২১ শাৰীত থকা "মানুহ আৰু দেবতাৰ সঙ্ঘসাধনকাৰী অৰ্থাৎ গোট খোৱাওঁতা"—প্ৰায় অবিকল এই বিশেষণকে ঋগ্‌বেদত যম দেবতাৰ ( ১৫ ) বিষয়ে প্ৰয়োগ কৰা হৈছে—

"সংগমনং জনানাং যমম্" ( ১০। ৩।১ ) ( "জন সমূহ একেলগে গোটাওঁতা" )।

শম্ভ দেবতাৰ উল্লেখো বেদত পোৱা যায়। ঋগ্বেদৰ দশম মণ্ডলত

(১৫) যমৰ বৈদিক আৰু পৌৰাণিক কল্পনা সম্পূৰ্ণ ভিন্ন। বেদৰ যম পুৰাণৰ যমৰ দৰে ভীষণ নহয়, বেদৰ যম পৰলোকপ্ৰাপ্ত মানুহৰ মৰমিয়াল বন্ধু।

এটা "ওষধি সূক্ত" আছে ( ১০।৯৭ ), তাত ওষধি দেবতাৰ অৰ্থাৎ শস্যাদিৰ দেবতাৰ স্তুতি কৰা হৈছে। বেবিলনীয় মন্ত্ৰটোৰ ২১ আৰু ২৫ শাৰীত শস্যদেবতাৰ পাশৰ কথা কোৱা হৈছে। বেদতো পাশৰ উল্লেখ আছে, ঋগ্বেদত এই পাশ বৰুণৰ। যেনে, বৰুণৰ স্তোত্ৰত আছে—

"উদুত্তমং মুমুগ্ধি নো বি পাশং মধ্যমং চৃত"

( ১।২৫।২১ )

"হে বৰুণ, আমাৰ মূৰৰ পাশ মোকলাই দিয়াঁ, ককালৰ পাশ কাটি পেলোৱাঁ।"

অথৰ্ব্ববেদতো বৰুণৰ পাশৰ কথা আছে ( অথৰ্ব্ববেদ, ৪।১৬ ) কিন্তু অথৰ্ব্ববেদৰ ষোড়শ কাণ্ডৰ অষ্টম সূত্ৰত ( ১৬ ) গছগছনি আৰু অধিষ্ঠাতা দেবতাৰ পাশৰ কথাও কোৱা হৈছে।

বেবিলনীয় মন্ত্ৰবিলাকৰ ভিতৰত প্ৰেতাত্মা খেদাবৰ কাৰণে প্ৰয়োগ কৰা মন্ত্ৰও আছে—

"প্ৰেতাত্মাৰ দল, মাটিৰ ভেতি যাৰ বাসস্থান……মোৰ আগত কিয় ওলাইছাহি ?……কিয় মোক পাচে পাচে খেদিছা ? ধ্বংসৰ ৰাণী, স্বৰ্গৰ টিঙৰ ৰাণী, অলাতু, দেবতা সমাজৰ লেখিকা, তেঁওৰ লেখনী মণি ৰত্নেৰে ( ১৭ ) নিৰ্ম্মিত ।" ( ১৮ )

অপকাৰী যাদুৰ হাতৰ পৰা ৰক্ষা পাবলৈ শত্ৰুভাবাপন্ন যাদুকৰৰ প্ৰতি কোৱা হৈছে—

---

(১৬) এই সূত্ৰত শত্ৰুৱে যাতে পাশৰ পৰা মুক্তি নাপায় তাৰ অৰ্থে অভিশাপ দিয়া হৈছে।

(১৭) মূলত মণি ৰত্নৰ দুটা বিশেষ বিশেষ নাম আছে। আমাৰ ভাষাত উপযুক্ত প্ৰতিশব্দৰ অভাবত কেবল "মণিৰত্ন" বুলিয়েই দিয়া হল।

"চন্দ্রদেবতাই তোৰ শৰীৰ ধ্বংস কৰক, পাণী আৰু জুইৰ হ্ৰদত তোক পেলাই দিয়ক"। (১৯)

অপকাৰী যাদুৰ বিষয়ে পাচত আৰু অলপ কোৱা হৈছে।

( খ )

## স্তোত্ৰৰাশি

বেবিলনীয় বেদৰ দ্বিতীয় ভাগত স্তোত্ৰৰাশি আছে। এই ভাগ প্ৰধাণতঃ দেবতাৰ প্ৰতি কৰা স্তৱৰ সমাবেশ।

'পেৰেডাইজ্ লষ্ট্' কাব্যৰ প্ৰথম সৰ্গত মিল্টনৰ এই বৰ্ণনা অনেকে পঢ়িছে ?

Him followed Rimmon, whose delightful seat
Was fair Damascus, on the fertile banks ইত্যাদি।

এই ৰিম্মন বেবিলনীয় দেবতামণ্ডলীৰ অন্যতম। তলত দিয়া স্তবটোত ৰিম্মন দেবতাৰ অতি উজ্জ্বল আৰু গম্ভীৰ মাহাত্ম্যকীৰ্ত্তন পোৱা যায়—

"৮..............প্ৰলয়ৰ দেবতা
৯—( ৰিম্মনে ) খণ্ডত স্বৰ্গ বান্ধি থৈছে,
১০—ৰিম্মনে শক্তিৰ বলত পৃথিবী কঁপাই থৈছে।
১২—তেওঁৰ খণ্ডত, তেওঁৰ প্ৰতাপত,
১৩—তেওঁৰ হুঙ্কাৰত, তেওঁৰ বজ্ৰনিনাদত,
১৪—স্বৰ্গৰ দেবৃন্দ আকাশলৈ উঠে,
১৫—পৃথিবীৰ দেববৃন্দ পৃথিবীলৈ নামে।"

( খোদিতলিপি, চতুৰ্থভাগ, ২৮)

ৰিম্মনৰ স্তবৰ লগত ঋগ্বেদৰ ইন্দ্ৰৰ স্তবসমূহৰ তুলনা কৰিব পাৰি। ইন্দ্ৰৰ সূত্ৰবিলাকতো ইন্দ্ৰৰ অসীম মাহাত্ম্য, অপৰিমেয় শক্তি এই

(১৮) (১৯) ডক্তৰ কণ্ডাৰৰ The Ri.e of Man—১৮১ পৃ।

দৰে ওজস্বী ভাষাত বৰ্ণোৱা হৈছে। ৰচনাভঙ্গীত অবিকল বেবিলনীয় স্তবটোৰে নিচিনা এটা নিদৰ্শন দিওঁ।

"দ্যাবা চিদস্মৈ পৃথিবী নমেতে
শুষ্মাচ্চিদস্ত পৰ্ব্বতা ভয়ন্তে।
যঃ সোমপা নিচিতো বজ্ৰবাহু
যো বজ্ৰহস্তঃ স জনাস ইন্দ্ৰঃ॥'  ( ঋগ্‌বেদ, ২।১২।১৩ )

"স্বৰ্গ আৰু পৃথিবী এওঁৰ আগত অবনত হৈ পৰে, এওঁৰ প্ৰতাপত পৰ্ব্বতবিলাক কঁপি থাকে ; যি সোম-ৰস-পায়ী, দৃঢ়, বজ্ৰবাহু, যি বজ্ৰহস্ত, তেঁৱেই হে মানব সমূহ ! ইন্দ্ৰ।"

পুৰতী তৰাৰ দেবতা মুল্‌লিলৰ স্তুতিত প্ৰবলপ্ৰতাপ আৰু উজ্জ্বল কান্তিৰ বৰ্ণনা আছে। এটা নিদৰ্শন দিওঁ।

"১—হে মুল্‌লিল্ ( তোমাৰ ) প্ৰবল প্ৰতাপ,
২—তুমি ( তোমাৰ ) দীপ্তিৰ ভীষণতা দাঙি ধৰিছা, *
দিনমান ৰক্ষা কৰিছা, ( তোমাৰ ) প্ৰভা বিস্তাৰ কৰিছা,
৩—পুৰতী তৰাৰ অধিপতি, ( তোমাৰ ) প্ৰবল প্ৰতাপ,
৪—প্ৰৰম বিধি, ( তোমাৰ ) প্ৰভা নিক্ষেপ কৰিছা ;" ইত্যাদি।

খোদিত লিপি, চতুৰ্থভাগ, ( ২৭ )

এইটো সূৰ্য্যদেবতাৰ প্ৰতি কৰা স্তুতিৰ নিদৰ্শন—

১—"হে সূৰ্য্য-দেবতা ! স্বৰ্গৰ দাতিত তুমি ওলাইছা !
২—স্বৰ্গৰ পবিত্ৰ তোৰণ তুমি খুলিছা !
৩—স্বৰ্গৰ দুৱাৰ তুমি খুলিছা !
৪—হে সূৰ্য্যদেবতা, তুমি জগতৰ ফাললৈ মুখ দাঙিছা !
৫—হে সূৰ্য্যদেবতা, তুমি স্বৰ্গৰ উজ্জ্বল প্ৰভাৰে পৃথিবী ঢাকিছা !"

খোদিত লিপি, চতুৰ্থভাগ, (২০)

ঋগ্‌বেদতো অনেক সূৰ্য্যৰ স্তোত্ৰ আছে, গায়ত্ৰীৰ উৎপত্তি এই সূৰ্য্যৰ স্তৱৰ পৰাই। বেবিলনীয় স্তবটোৰ দ্বিতীয় আৰু তৃতীয় শাৰীত সূৰ্য্যই স্বৰ্গৰ দুৱাৰ আৰু স্বৰ্গৰ তোৰণ খোলাৰ কথা কোৱা হৈছে; ঋক্‌বেদত উষা দেবীয়ে স্বৰ্গৰ দুৱাৰ খুলিছে।

"উষো যদস্থ ভানুনা বি দ্বাৰাবৃণবো দিবঃ"

—— ( ১।৪৮।`৫ )

"উষাই আজি কিৰণেৰে স্বৰ্গৰ যুগল দুৱাৰ খুলিলে।"

"নবু" দেবতাৰ স্তুতি এই দৰে কৰা হৈছে—

২—সৰ্ব্বশ্ৰেষ্ঠ দূত নবুক, যি সকলো বস্তু একেলগে বান্ধিছে।

২—যি নাম থকা সকলোৰে লেখক, তোমাৰ পবিত্ৰতাৰ কাৰণে সৰ্ব্বপ্ৰভু জ্ঞান কৰোঁ।

৩—পৰমপৰাক্ৰমী লেখনী তুলি ধৰোঁতা, জগতৰ পৰিচালক।"

( খোদিতলিপি, চতুৰ্থভাগ, ১৪ )

বেবিলনীয় সভ্যতাৰ প্ৰাথমিক অৱস্থাৰ পৰাই লেখন প্ৰথাৰ প্ৰচলন। কাজেই লেখক দেবতা এজনো কল্পিত হোৱাটো স্বাভাবিক মাথোন। প্ৰাচীন কালৰে পৰা লিপি প্ৰবৰ্ত্তন কৰা বিষয়ত মিছৰ আৰু বেবিলন এই দুয়োখন দেশেই অতুলনীয়, ভাৰতবৰ্ষত সভ্যতাৰ আৰম্ভ হোৱাৰ হাজাৰ হাজাৰ বছৰৰ পাচতহে লেখন প্ৰণালীৰ প্ৰচলন হয়। অশোকৰ আগৰ লিপি পোৱা না যায়।

নবুদেৱতাৰ প্ৰতি কৰা আৰু এটা বিশেষত্বপূৰ্ণ স্তুতিৰ নিদৰ্শন লোৱা যক—

"১...হে "বৰছিপ্পা"ৰ অধিপতি!

৫—তোমাৰ মন্দিৰ "এ-জিদা"ৰ লগত তুলনা কৰিব পৰা মন্দিৰ নাই!

৬—তোমাৰ নগৰ "বৰছিপ্পাৰ" লগত তুলনা কৰিব পৰা নগৰ নাই!

৭—তোমাৰ ঠাই বেবিলনৰ লগত তুলনা কৰিব পৰা ঠাই নাই!

৯—তোমাৰ আদেশ স্বৰ্গৰ দৰে পৰিবৰ্ত্তনৰ অতীত; স্বৰ্গত তুমি সৰ্ব্বপ্ৰধান!" (খোদিতলিপি, চতুৰ্থভাগ, ২০)

ইয়াত দেবতাক নগৰ আৰু সেই নগৰত থকা মন্দিৰৰ অধিপতিৰূপে বৰ্ণোৱা হৈছে। আন আন দেবতাকো এই দৰে বৰ্ণোৱা হৈছে। "মাৰ্‌ডুক্" দেৱতাৰ প্ৰতি স্তৱ কৰা হৈছে—

"১—তোমাৰ মন্দিৰৰ ফাললৈ চোৱাঁ, তোমাৰ নগৰৰ ফাললৈ চোৱাঁ, হে শান্তিৰ অধিপতি!

২—বেবিলনৰ আৰু "এ-ছাগিল"ৰ (২০) ফাললৈ চোৱাঁ হে শান্তিৰ অধিপতি!" (খোদিতলিপি, চতুৰ্থ ভাগ, ১৮)

"মাৰডুক্" দেবতাৰ আন এটা স্তবতো কোৱা হৈছে—

"৮—মাৰডুক্, স্বৰ্গ আৰু পৃথিবীৰ ৰজা!

৯—বেবিলনৰ ৰজা, "এ-ছাগিল"ৰ অধীশ্বৰ!"

(খোদিত লিপি, চতুৰ্থ ভাগ, ২৯)

দেবতাৰ লগত নগৰৰ এই সম্বন্ধ স্থাপন বেবিলনীয় স্তুতিৰ এটা বিশেষত্ব। ইয়াৰ কাৰণ এই যে বেবিলনত নগৰ বিলাক দেবতাৰ প্ৰতি উছাগ কৰা হৈছিল। কাজেই নগৰবিলাক দেবতাৰ, মানুহ তাৰ অধিবাসী মাত্ৰ এই ধাৰণা আছিল। বেবিলনীয় দেবতাৰ ভিতৰত মাৰডুকেই শেহত সৰ্ব্বপ্ৰধান হৈছিল, লগে লগে মাৰডুক্ দেবতাৰ নগৰ বেবিলনো বেবিলনীয় সাম্ৰাজ্যৰ সৰ্ব্বপ্ৰধান নগৰ ৰাজধানী হৈছিল। মোটতে মাৰডুক্ ধৰ্ম্মবিশ্বাসৰ কেন্দ্ৰ আৰু বেবিলন ৰাষ্ট্ৰীয় কেন্দ্ৰ আছিল। এই বিষয়ে 'ডক্তৰ জেষ্ট্ৰ' মহোদয় তেখেতৰ পূৰ্ব্বোল্লিখিত ইতিহাস গ্ৰন্থত লিখিছে-"দক্ষিণ আৰু উত্তৰ ভাগৰ প্ৰাচীন কেন্দ্ৰ বিলা-

(২০) মন্দিৰৰ নাম।

কৰ অধীশ্বৰ, সকলোবিলাক প্ৰধান দেৱতাৰে শক্তি আৰু গুণ, বেবিলন নগৰৰ দেৱতাৰূপে মাৰডুকৰ ওপৰত পুঞ্জীভূত কৰি...... ধৰ্ম্মত এটা কেন্দ্ৰোন্মুখী প্ৰবৃত্তিয়ে ("centralizing tendency") দেখা দিলে। দেশখনৰ ঐতিহাসিক আৰু ধৰ্ম্মগত ভাগ্য বিধান কৰাত বেবিলন আৰু মাৰডুক্ ক্ষমতাশালী উপাদান হল; ......"

আৰু এটা স্তৱৰ নিদৰ্শন এই—

"১—......পবিত্ৰ জল ৰাশি......

২—ইউফ্ৰেটিচ নৈৰ জলৰাশি......

৩—সাগৰত চিৰকাল একেলগ হোৱা জলৰাশি,

৪—"ইয়া" দেৱতাৰ (২১) পবিত্ৰ মুখখনিয়ে উজ্জল কৰিছে।

১১—মন্ত্ৰৰ অন্ত। নিৰ্ম্মল পানীলৈ তিনিবাৰ আবৃত্তি কৰাঁ।"

(খোদিত লিপি, চতুৰ্থভাগ, ১৪)

শেহৰ শাৰীও মন্ত্ৰটোৰ অন্তৰ্গত। এই শাৰীত বিধান দিয়া হৈছে। এনেকুৱা অকল বিধান দিয়া বেলেগ বেলেগ কিছুমান ৰচনাই আছে, তাৰ নিদৰ্শন অলপ আগলৈ দিয়া হৈছে। ওপৰত দিয়া নিদৰ্শনটো ঠিক স্তুতি নহয়, এইটো কোনো ক্ৰিয়াত পানীলৈ আবৃত্তি কৰা মন্ত্ৰ। এই মন্ত্ৰটো যিখন ফলিত (২২) লিখা আছে তাৰ পাচফালে এটা স্তুতি আছে, অৱশ্যে স্তুতিবিলাকো বেলেগ বেলেগ ক্ৰিয়াত প্ৰয়োগ কৰা হৈছিল। কিন্তু স্তুতিৰ প্ৰাধান্য যজ্ঞত বা কোনো ৰাজহুৱা অনুষ্ঠানত। বিশেষকৈ, দেৱতাৰ তুষ্টিসাধন কৰাই স্তুতিৰ মুখ্য উদ্দেশ্য। ব্যাধি, ভূত প্ৰেত আদিয়ে জন্মোৱা অমঙ্গল নিবাৰণ কৰা সাধাৰণ মন্ত্ৰ বিলাকৰ উদ্দেশ্য। সি যি হ'ক, ফলিৰ পাচ ফালে থকা স্তৱটো এই—

---

(২১) "ইয়া" দেৱতাৰ বিৱৰণ পাচত দিয়া হৈছে।

(২২) কেনেকুৱা ফলি তাক পাচত দিয়া হৈছে।

"৬—হে অগ্নিদেবতা, তোমাৰ পবিত্ৰ জুইৰে,

৭—অন্ধকাৰ-আগাৰত তুমি পোহৰ দিছা।

৮—নাম থকা সকলো প্ৰাণীৰে ভাগ্য বিধান কৰিছা।

৯—তুমি তাম (২৩) আৰু সীহ মিহলাওঁতা।

১০—তুমি সোণ আৰু ৰূপৰ আশীৰ্ব্বাদ দাতা।

১১—তুমি নিন্‌গিৰ্‌শু দেবতাৰ সঙ্গী।"

ইয়াৰ পৰা সেই কালত বেবিলনত তাম, সীহ, সোণ আৰু ৰূপ গলাই অলঙ্কাৰ আদি প্ৰস্তুত কৰা হৈছিল বুলি জনা যায়। এই বিষয়ত অকল এই স্তবটোৱেই যে একমাত্ৰ প্ৰমাণ সি নহয়, আন আন প্ৰমাণো আছে।

তলত দিয়া মাৰ্‌দুক্ দেবতাৰ স্তুতিটো উচ্চ ভাবেৰে পৰিপূৰ্ণ—

"৩—......মানৱজাতিৰ শক্তিশালী ঈশ্বৰ, পৃথিবীৰ ৰজা, দেবতাৰো দেবতা!

৪—স্বৰ্গ আৰু পৃথিবীৰ যুবৰাজ যাৰ প্ৰতিদ্বন্দ্বী নাই!

৬—দেবতা সকলৰ ভিতৰত দয়াশীল!

৭—দয়াশীল যি মৃতকক জীৱন দি ভাল পায়!

৮—মাৰ্‌দুক্, স্বৰ্গ আৰু পৃথিবীৰ ৰজা!

৯—বেবিলনৰ ৰজা, এ-ছাগিলৰ অধিপতি!

১১—স্বৰ্গ আৰু পৃথিবী তোমাৰ!

১২—স্বৰ্গ আৰু পৃথিবীৰ চউপাশত যি আছে তোমাৰ!

১৩—সঞ্জীবনী মন্ত্ৰ তোমাৰ!

১৪—সঞ্জীৱন-নিশ্বাস তোমাৰ!

১৬—গোটেই মানৱজাতি, আন কি ক'লামূৰৰ জাতিটোও,

১৭—জীৱন্ত প্ৰাণী সমূহ, যিমানে নাম উচ্চাৰণ কৰে আৰু পৃথিবীত বসতি কৰে,

---

(২৩) "bronze"

১৮—চাৰি দিশ, যি আছে সকলো,

১৯—স্বৰ্গ আৰু পৃথিবীৰ অধিবাসী সমূহৰ দেৱদূতবৃন্দ, সিবিলাকৰ সংখ্যা যিমানেই হ'ক,

২০— ( সকলোৱে ) তোমাক পূজে, তোমাৰ বাণী কাণ পাতি শুনে।"
( খোদিত লিপি, চতুৰ্থ ভাগ, ২৯ )

ওপৰৰ স্তবত মাৰ্‌দুক্ দেৱতাৰ সঞ্জীবনী শক্তিৰ বিষয়ে বিশেষভাবে কোৱা হৈছে। ঋগ্বেদত অবিকল এই শক্তিটোকে 'সবিতৃ' দেৱতাত আৰোপ কৰা হৈছে। যেনে,

"দেৱস্য বয়ং সবিতুঃ সবীমনি শ্ৰেষ্ঠে স্যাম" ( ৬।৭১।২ ) "আমি যেন সবিতৃ দেৱতাৰ শ্ৰেষ্ঠ সঞ্জীবনীশক্তিৰ তলত থাকোঁ।" তাৰ পাচত—

"......ব্যূৰ্ণুষেহনূচীনা জীবিতা মানুষেভ্যঃ" (৪।৫৪।২) "..... মানুহৰ কাৰণে ক্ৰমানুক্ৰমে জীৱনসমূহ প্ৰকাশ কৰিছা ( অৰ্থাৎ মানুহক ক্ৰমানুক্ৰমে ধাৰ নিছিগা জীৱন দিব লাগিছা )।"

ঐতিহাসিক হিচাবত এই বেবিলনীয় স্তোত্ৰটোৰ আৰু এটা কথা উল্লেখযোগ্য। ১৬ শাৰীত ক'লমুৰীয়া জাতিৰ কথা কোৱা হৈছে। পণ্ডিত জেষ্ট্ৰৰ মতে ২৪ ) ইয়াৰ দ্বাৰা পূৰ্ব্বোল্লিখিত চুমাৰীয় জাতিক বুজোৱা হৈছে। ইয়াৰ পৰা বুজা যায় যে এই স্তোত্ৰ চেমীয় জাতিৰ কোনো ভক্তৰ দ্বাৰা ৰচিত। চেমীয় কবিয়ে চেমীয় জাতিৰ প্ৰতিদ্বন্দ্বী চুমাৰীয় জাতিক উপলক্ষ্য কৰি এনে উল্লেখ কৰিছে। অৱশ্যে সাধাৰণতঃ বেবিলনীয় বেদৰ মন্ত্ৰভাগৰ অধিকাংশৰ বাহিৰে অন্যান্য ভাগৰ কোন অংশ চুমাৰীয় কবিৰ দ্বাৰা ৰচিত কোন অংশ চেমীয় কবিৰ দ্বাৰা ৰচিত এনে বিভাগ কৰাটো একপ্ৰকাৰ অসম্ভৱ, কাৰণ এই

(২৪) ডক্টৰ জেষ্ট্ৰৰ Aspects o' Religious Belief and Practice in Babyloni and Assyria পৃ ৭০।

যেন ছুয়োটা জাতিৰে বুটীয়া সাধনাৰ ফল। এইখিনিতে আৰু এটা কথা কব লাগে যে, বেবিলনীয় স্তোত্ৰত যিদৰে "ক'লামূৰীয়া জাতি"ৰ কথা কোৱা হৈছে ঋগ্‌বেদতো সেইদৰে অনাৰ্য্য আদিমবাসী সমূহক লক্ষ্য কৰি "ক'লা জাতি"ৰ কথা কোৱা হৈছে। যেনে—

......"কৃষ্ণগৰ্ভা নিৰহন্"...( ১।১০১।১ ) "কৃষ্ণগৰ্ভ অৰ্থাৎ ক'লা জাতি বিলাকক ইন্দ্ৰই ) বধ কৰিলে।"

"......কৃষ্ণা...জাঃ" ( ৬।৪৭।২১ ) "ক'লা জাতি সমূহ" ইত্যাদি।

"বগা" আৰু "ক'লা"ৰ প্ৰভেদ আজিৰ কথা নহয়, অতি প্ৰাচীন কালৰে পৰা চলি আহিছে।

( গ )

## গাথা

এতিয়া বেবিলনীয় বেদৰ তৃতীয় ভাগৰ বিষয়ে আলোচনা কৰিম। এই ভাগত অনেক অনুতাপমূলক গাথা (Penitential psalms) আছে, নানা কাতৰোক্তিৰে পৰিপূৰ্ণ। ইয়াৰ অনেক গাথাত অনুতাপকাৰীয়ে ক্ষমাৰ কাৰণে দেৱতাক কাতৰ হৈ মাতিছে আৰু পুৰোহিতে প্ৰাৰ্থনাৰ ছলেৰে অনুতাপকাৰীৰ দুখ বৰ্ণাই তেঁওৰ পক্ষ সমৰ্থন কৰিছে। তলত উদাহৰণ দিয়া হল। প্ৰথমতে পুৰোহিতে অনুতাপকাৰীৰ দুখ বৰ্ণাইছে—

"১—বিলাপত তেওঁ ( ২৫ ) মগ্ন,

২—বেদনাৰ আৰ্ত্তনাদত, হিয়াৰ দুখত,

৩—অমঙ্গল কান্দোনত, অমঙ্গল বিলাপত,

৪—ৰাতি আৰু দিন তেওঁ কপৌ চৰাইৰ দৰে কাতৰ হৈ কিনাইছে।

৭—নিজ দেৱতাৰ আগত তেওঁ প্ৰাৰ্থনাত অধোমুখ হৈছে।

(২৫) অৰ্থাৎ অনুতাপকাৰী।

৮—তেওঁ কান্দিছে, (দেবতাৰ) কাব চাপিছে, পাচ হুঁহকি যোৱা নাই।"

তাৰ পাচত অনুতাপকাৰীয়ে কৈছে—

"৯—মোৰ ক্ৰিয়া কলাপ প্ৰকাশ কৰিবলৈ দিয়াঁ, মোৰ ক্ৰিয়াকলাপ যাক প্ৰকাশ কৰিব নোৱাৰি।

১০—মোৰ বক্তব্য কবলৈ দিয়াঁ, মোৰ বক্তব্য বিটো কব নোৱাৰি।

১১—হে মোৰ দেবতা, মোৰ ক্ৰিয়াকলাপ প্ৰকাশ কৰিবলৈ দিয়াঁ, মোৰ ক্ৰিয়া কলাপ যাক প্ৰকাশ কৰিব নোৱাৰি।" (খোদিত লিপি, চতুৰ্থভাগ, ২৬)। আৰু এটা উদাহৰণ দিওঁ। আগৰ দৰে পুৰোহিতে পোনতে কৈছে—

"১—পুৰোহিত—চকু পানীৰ বাবে ওপৰলৈ তুলিব নোৱৰা তেওঁৰ (২৬) মুখত চকুলো পৰিছে।

২—পাশেৰে বান্ধি থোৱা তেওঁৰ ভৰিত চকুলো পৰিছে।

৩—দুৰ্ব্বলতাৰ বাবে নিশ্চল হৈ থকা তেওঁৰ হাতত চকুলো পৰিছে।

৪—বাঁহীৰ দৰে আৰ্ত্তনাদত বাজি উঠা তেওঁৰ বুকুত চকুলো পৰিছে।

৫—(অনুতাপকাৰী—) হে মোৰ দেবি! হিয়াৰ শোকত, মই আজি দুখত পৰি তোমাক মাতিছোঁ, কোৱাঁ কিমান দিন (মোৰ হিয়াৰ তাপ থাকিব)?

৬—হে মোৰ দেবি! দাসক ক্ষমা কৰাঁ, তোমাৰ হৃদয় শান্ত হক!

৭—কষ্ট ভোগ কৰি থকা তোমাৰ দাসক কৃপা কৰাঁ" (খোদিত লিপি)। তলত দিয়া উদাহৰণটোত কেবল অনুতাপকাৰীৰ উক্তি আছে, পুৰোহিতৰ উক্তি নাই।

"৫—হে মোৰ দেবি! অমঙ্গলত মই অতিকৈ আবদ্ধ।

(২৬) অৰ্থাৎ অনুতাপ কাৰীৰ।

৬—হে মোৰ দেবি! তুমি মোক বেৰি আছা আৰু দুখৰ কাৰণেই মোক নিৰ্দ্দিষ্ট কৰিছা।

৭—প্ৰবল শত্ৰুৱে, অকলশৰীয়া খাগৰিৰ দৰে মোক কাটি পেলাইছে।

৮—তোমাৰ দাস মই তোমাৰ আগত প্ৰণত হৈছোঁ।

১১—তোমাৰ হৃদয় শান্ত হক, তোমাৰ খং মাৰ যক,

১২— ........তোমাৰ হিয়া জুৰ পৰক।"

(খোদিত লিপি, চতুৰ্থভাগ, ১৯)

আৰু এটা অনুতাপ গাথাৰ নিদৰ্শন দিওঁ—

"প্ৰভু! দেবতা! মোৰ বিননি শাম কাটক। কৰুণাময় শান্তি-অধিপতি! (স্বৰ্গৰ) পৰা মোৰ বিলাপ শুনা। মৰণৰ দিনা মোক নিৰাপদ কৰিবা। হে মোৰ দেবি! মোক অনুগ্ৰহ কৰা আৰু মোৰ বিলাপ শুনা। মোৰ দোষ, মোৰ দুষ্ট স্বভাৱ, মোৰ ভ্ৰম, মোৰ পাপ যেন ক্ষমা কৰাঁ। বমো:বোজা যেন লৈ যোৱাঁ। সপ্ত পৱনে মোৰ বিলাপধ্বনি লৈ যকগৈ। মই যেন পাপ আচৰণ এৰোঁ। স্বৰ্গত চৰাই উৰক। মাছে জালৰ হাত সাৰক; নৈয়ে তাক লৈ যক গৈ।.....সোণৰ দৰে মোৰ মুখমণ্ডল জিলি-কোৱাঁ.....তোমাৰ যজ্ঞবেদিৰ প্ৰাঙ্গনত তোমাৰ পূজা-উপচাৰবিলাক থৰলৈ দিয়াঁ। মোৰ পাপ ক্ষমা কৰাঁ আৰু মোৰ ওপৰত দৃষ্টি ৰাখাঁ। মোৰ ওপৰত থাকাঁ, এটা সুখৰ সপোন দেখা দিয়ক; মই যি সপোন দেখোঁ সুখকৰ হক; মই যি সপোন দেখোঁ সঁচা হক; মই যি সপোন দেখোঁ তাক মঙ্গলৰ চিন কৰাঁ। সপোনৰ দেবতা "মখিৰ" মোৰ মুৰৰ ওপৰত থক। মহো প্ৰভুৰ বাসস্থান, দেবতা সকলৰ মন্দিৰ, উচ্চ ভৱনত সোমাওঁ।" (খোদিত লিপি, চতুৰ্থ ভাগ ৬৬,২)

অনুতাপ গাথাৰ নিদৰ্শন ঋগ্বেদত বেচি পোৱা নাযায়। পাশা খেলি ক্ষতিগ্ৰস্ত হৈ দাৰুণ শোকত অনুতাপ কৰা এটা সূক্ত ঋগ্বেদত আছে (১০।

৭৬); কিন্তু তাত ঠিক এই দৰে দেৱতাৰ ওচৰত ক্ষমা ভিক্ষা কৰা হোৱা নাই। ইয়াৰ দৰে পুৰোহিতৰ উক্তিও বেদেশটোত নাই। অৱশ্যে ঋগ্বেদত অনেক দেৱতাৰ স্তুতিত দোষ জ্ঞান পৰিস্ফুট হৈ উঠিছে। বিশেষতঃ দেৱতাৰ স্তুতিতে অনুতাপ গাথাৰ 'বীজ' অন্তৰ্নিহিত হৈ থাকে। কিন্তু সকল অনুতাপৰ কাৰণেই বেবিলনীয়, যেনে দৰে পুৰোহিতৰ উক্তিৰে সৈতে অথবা পুৰোহিতৰ উক্তি নোহোৱাকৈয়ো স্বতন্ত্ৰ ৰচনা নাই। ঋগ্বেদত দেৱতাৰ স্তুতিতে ঠায়ে ঠায়ে অনুতাপ গাথাৰ প্ৰধান লক্ষণ দোষ জ্ঞানৰ পৰিচয় পোৱা যায়, যেনে—

"অচিত্তী যচ্চকৃমা দৈব্যে জনে দীনৈৰ্দক্ষৈঃ প্ৰভূতী পুৰুষত্বতা। দেৱেষু চ সবিতৰ্মানুষেষু চ ত্বং নো অত্ৰ সুৱতাদনাগসঃ।" (৪।৫৪।৩)

"হে সবিতৃ দেৱতা! দেৱজন (তোমাৰ) গুৰিত, দেৱতা সকলৰ আৰু মানুহৰ গুৰিত, অজ্ঞানবশতঃ (আমাৰ ভিতৰৰ) দীন বা দক্ষ বিলাককৰ দ্বাৰা, বিভূতি বা পুৰুষালিৰ (অহঙ্কাৰত) আমি যি (দোষ) কৰিছোঁ তাত (অৰ্থাৎ সেই বিষয়ত) আমাক নিৰপৰাধ কৰাঁ।" অথৰ্ব্ববেদত দোষজ্ঞান, দোষৰ ক্ষমা প্ৰাৰ্থনা আৰু স্পষ্টৰূপে দেখা যায়। তাত ক্ষমা প্ৰাৰ্থনামূলক একোটা একোটা স্বতন্ত্ৰ সূক্ত পোৱা যায়, অৱশ্যে ইয়াৰ সংখ্যা বেবিলনীয় অনুতাপ গাথাবাশিৰ তুলনাত অতি কম। অথৰ্ব্ববেদৰ অনুতাপ গাথা কেইটাৰ ভিতৰত এটা তুলি দিয়া হল—

"যদ্ বিদ্বাংসো যদবিদ্বাংস এনাংসি চকৃমা বয়ম্।
যূয়ং নস্তস্মান্মুঞ্চত বিশ্বে দেৱাঃ সজোষসঃ॥

"জানি বা নাজানি আমি বিবিলাক পাপ কৰিছোঁ, হে সৰ্ব্ব দেৱতা! তোমালোকে আমাক তাৰ পৰা একমত হৈ মুক্তি দিয়াঁ।"

"যদি জাগ্ৰদ্ যদি স্বপন্নেন এনস্তোকবম্।
ভূতং মা তস্মাদ্ ভব্যং চ দ্ৰুপদাদিব মুঞ্চতাম্॥"

"যদি মই পাপীয়ে জাগৰণত বা টোপনিত কিবা পাপ আচৰিছোঁ, খুঁটাৰ পৰা (যোকলাই অলাৰ) দৰে বৰ্ত্তমান আৰু ভবিষ্যৎ পাপৰ পৰা মোক মুক্তি দিয়া।"

"দ্ৰুপদাদিৱ মুমুচানঃ স্বিন্নঃ স্নাত্বা মলাদিৱ।
পূতং পবিত্ৰেণেবাজ্যং বিশ্বে শুম্ভন্তু মৈনসঃ ॥"

(অথৰ্ব্ববেদ, ৬।১১৫)

"যাদ্ধি থোৱা খুটা এটাৰ পৰা মুকলি হোৱা বা ঘাম ওলোৱাৰ পাচত গা ধুই (শুদ্ধ হোৱা) মানুহৰ নিচিনাকৈ, চাকনিৰে পৰিষ্কাৰ কৰা মাখনৰ নিচিনাকৈ, সকলো দেৱতাই মোক পাপৰ পৰা পবিত্ৰ কৰক।"

ভাৰতীয় বেদৰ অনুতাপ গাথাৰ নিদৰ্শন দিয়া হল। কিন্তু বেবিলনীয় বেদত অনুতাপগাথাৰ বহুল প্ৰাচুৰ্য্য আৰু প্ৰাধান্য, ভাৰতীয় বেদত ইয়াৰ তুলনাত অতি কমেই হে আছে। তদুপৰি বেবিলনীয় অনুতাপ গাথাৰ শোক লগা করুণ বিলাপৰ উচ্ছ্বাস ভাৰতীয় বেদত নাই।

অ'ল্ড্ টেষ্টামেণ্টত যি দেৰ শ গাথা ("Psalms") আছে তাৰে সৈতে হে বেবিলনীয় অনুতাপগাথা সমূহৰ তুলনা সঙ্গত হয়। এটা উদাহৰণ দিওঁ। অল্ড্ টেষ্টামেণ্টৰ ডেভিড্-ৰচিত পঞ্চবিংশ গাথাত আছে—

"তোমাৰ প্ৰতি, হে প্ৰভু, মোৰ আত্মা দাঙি ধৰিছোঁ"

(প্ৰথম শ্লোক)

"হে প্ৰভু, মোৰ যৌবনৰ পাপবিলাক মনত নাৰাখিবা, মোৰ উল্লঙ্ঘন বিলাকো নাৰাখিবা; তোমাৰ কৃপা অনুসৰি তোমাৰ সদ্গুণৰ বাবত মোক মনত ৰাখাঁ।" (সপ্তম শ্লোক)

"মোৰ যাতনা আৰু মোৰ কষ্টৰ ফাললৈ চোৱাঁ; আৰু মোৰ সকলো পাপ ক্ষমা কৰাঁ।" (অষ্টাদশ শ্লোক)

এই উদাহৰণটো আৰু ওপৰত দিয়া বেবিলনীয় অনুতাপ গাথাৰ উদাহৰণ মিলাই চালে পাঠকে দেখিব, বেবিলনীয় আৰু ইহুদী গাথা বিলাকৰ প্ৰাৰ্থনাৰ ভঙ্গী প্ৰায় একে। ইহুদী বেদৰ এই গাথাবিলাকৰ আগেয়েই বেবিলনৰ অনুতাপ গাথাসমূহৰ আবিৰ্ভাব হৈছিল। ইহুদী গাথাৰ উচ্চ একেশ্বৰকল্পনা বেবিলনীয় অনুতাপ গাথা সমূহত নাই, কিন্তু ইহুদী গাথাতকৈ বেবিলনীয় গাথাৱলীৰ—করুণৰস (Pathos) বেচি হব।

সুকৰুণ বেবিলনীয় অনুতাপ গাথাৰ আৰু দুটা মান উদাহৰণ দিয়া হল।

"মই নানা পাপ আচৰিলোঁ,
এই দুৰ্ভাগ্যৰ যেন হাত সাৰোঁ, দুখৰ পৰা যেন মুক্তি পাঁও।"

ইয়াৰ পাচৰটো অতি করুণ—

"মোৰ চকু পানীৰে ভৰা,
দুমুনিয়াহেৰে উপচি মই ৰাতি শোৱাপাটীত পৰি থাকোঁ,
চকুলো আৰু দুমুনিয়াহে মোক দুৰ্বলা কৰিলে।"

আৰু এটা এই—

"মই একো খোৱা নাই—কান্দোনেই মোৰ আহাৰ।
মই এটোপা পানী খোৱা নাই—চকুলোৱেই মোৰ খোৱা পানী।"

ইয়াৰ লগত তলত দিয়া অ'ল্ড্ টেষ্টামেণ্টৰ গাথাটোৰ শ্লোক দুটা তুলনা কৰিব পাৰি—

"মোৰ হৃদয় আহত আৰু ঘাঁহৰ দৰে শুকান;
মই খাবলৈকো পাহৰিছোঁ।" (গাথা—১০২, শ্লোক ৪)

"খোৱা বস্তুৰ দৰে মই ছাই খাইছোঁ আৰু খোৱা পানীৰ লগত চকুলো মিহলাইছোঁ।" (শ্লোক—৯)।

অনুতাপ গাথাৰ নিদৰ্শন দিয়া হল। ইয়াত এজন মানুহে নিজ পাপ মুক্তকণ্ঠে স্বীকাৰ কৰি দাৰুণ যাতনা প্ৰকাশ কৰিছে আৰু ক্ষমাৰ কাৰণে দেৱতাসকলক খাটিছে। আৰু এবিধ বেবিলনীয় গাথা আছে তাত এজন মানুহৰ দুখ বৰ্ণিত হোৱা নাই, কিন্তু তাত কোনো জাতীয় দুৰ্ঘটনা উপলক্ষ্য কৰি গোটেই জাতিটোৰে মৰ্ম্মভেদী শোকৰ উচ্ছ্বাস উথলি উঠিছে। লগে লগে দেৱতাসকলৰ ক্ৰোধৰ উপশমৰ কাৰণে প্ৰাৰ্থনাও কৰা হৈছে। এটা উদাহৰণ দিওঁ। এচিৰীয় জাতিৰ আক্ৰমণত বেবিলন নগৰৰ ধ্বংস উপলক্ষ্য কৰি বেবিলনৰ শোকলগা অৱস্থা বৰ্ণোৱা হৈছে আৰু দেৱতা সকল যাতে নগৰৰ ওপৰত পুনৰ প্ৰসন্ন হয় তাৰ কাৰণে প্ৰাৰ্থনা কৰা হৈছে—

"হে পূজনীয় (২৭), ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
হে গৰিমাময়, পূজনীয়, ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
হে পৃথিবীৰ অধিপতি, ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
হে বিশ্বাস বাণীৰ অধিপতি, ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
হে এন্‌লিল্, চুমাৰৰ (২৮) পিতা, ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!

* * * * *

ৰাজ অট্টালিকাৰ ভিতৰলৈ ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
সুমহান তোৰণলৈ (২৯) ঘূৰি আহাঁ; তোমাৰ নগৰলৈ চোৱাঁ!

* * * *

দেৱ মন্দিৰৰ ভাণ্ডাৰলৈ ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!
ৰাজ অট্টালিকাৰ ভাণ্ডাৰলৈ ঘূৰি আহাঁ, তোমাৰ নগৰলৈ চোৱাঁ!

(২৭) দেৱতাক সম্বোধন কৰা হৈছে।
(২৮) পূৰ্ব্বোল্লিখিত চুমাৰ প্ৰদেশ।
(২৯) "gate structure"

* * * *

যি নগৰত শস্য আছিল,

য'ত তৃষ্ণাতুৰৰ পিয়াহ গুচিছিল,

য'ত (যুৱতিয়ে) যুৱক স্বামীক (নিৰাপদে) কব পাৰিছিল, "মোৰ স্বামী",

য'ত (মাকে) সৰু লৰাটিক (নিৰাপদে) কব পাৰিছিল, "মোৰ বোপাই",

য'ত ছোৱালীয়ে (নিৰাপদে) কব পাৰিছিল, "মোৰ ভাই"

যি নগৰত মাকে (নিৰাপদে) কব পাৰিছিল, "মোৰ বোপাই",

য'ত সৰু ছোৱালীটীয়ে (নিৰাপদে) কব পাৰিছিল, "মোৰ পিতা",

(আজি) তাত সৰু লৰাছোৱালীবিলাক মৰিব ধৰিছে, (আজি) তাত ডাঙৰ মানুহবিলাক মৰিব ধৰিছে।

যি বিলাক আলিবাটত মানুহ ইফালে সিফালে লৰালৰিকৈ ঘূৰি ফুৰিছিল,

(তাত) আজি কুকুৰবিলাকে নগৰৰ লুটপাট কৰি নিয়া বস্তুবিলাক চুৰা কৰিছে,

শিয়ালবিলাকে নগৰৰ ডকা দি নিয়া বস্তুবিলাক নষ্ট কৰিছে,

নগৰৰ উৎসৱ মন্দিৰত (আজি) ধূমুহাই প্ৰমোদ কৰিছে,

নগৰৰ লুটপাট হোৱা আলিবিলাক এৰাপৰলীয়া হৈ আছে।"

(ডক্তৰ জেষ্ট্ৰ'ৰ Aspects গ্ৰন্থ, পৃ ৩২২)

(ওপৰত বেষ্টনীৰ ভিতৰত দিয়া শব্দ কেইটা মূলত নাই, অৰ্থটো স্পষ্ট কৰিবৰ কাৰণে ব্যৱহাৰ কৰিছোঁ মাথোন।)

ওপৰত দিয়া গাথাটো ৰাজহুৱা শোকগাথাৰ (public lamentation hymn) এটা ভাল নিদৰ্শন। অ'ল্ড টেষ্টামেণ্টত "বিলাপ"

(৩০) ৰুদি পাঁচোটা অধ্যায় আছে। একোটা একোটা অধ্যায়ত একোটাকৈ বিলাপগাথা। এই গাথাবিলাকত খাইকৈ নেবুচেদ্নেজাৰ নামক বেবিলনীয় ৰজাই খৃ—পূ ষষ্ঠ শতিকাত জেৰুজেলেম নগৰৰ ধ্বংস কৰাৰ কথা উপলক্ষ্য কৰি জেৰুজেলেমৰ শোক লগা অৱস্থা বৰ্ণাই বিলাপ কৰা হৈছে আৰু লগে লগে ঈশ্বৰৰ কৰুণাভিক্ষা কৰা হৈছে। যেনে,

"মানুহেৰে ভৰি থকা নগৰী কি দৰে নিৰ্জ্জন হৈ আছে!
কি দৰে বিধবাৰ নিচিনা হল!

যি (নগৰী জাতি সমূহৰ ভিতৰত শ্ৰেষ্ঠ আছিল আৰু সকলো দেশৰ ভিতৰত ৰাণী যেন আছিল (সেই নগৰী) কিদৰে কৰতলীয়া হল!" (১ম অধ্যায়, ১ম শ্লোক)।

"ৰাতি (এই নগৰীয়ে) ইনাই বিনাই কান্দে, চকুলো গালত (সদায়) আছেই" ইত্যাদি (২য় শ্লোক)

হিব্ৰুজাতিৰ বেদ অল্ড টেষ্টামেণ্টৰ এই বিলাপগাথা সমূহৰ বেবিলনীয় ৰাজহুৱা শোক গাথাৰ লগত আৰু এই অল্ড টেষ্টামেণ্টৰ Psalms বিলাকৰ বেবিলনীয় অনুতাপগাথা বিলাকৰ লগত ৰচনাভঙ্গীৰ সাদৃশ্য তি স্পষ্ট ভাবে দেখা যায়। হিব্ৰুৰচনাৰ ওপৰত বেবিলনীয় ৰচনাৰ এই নিচিনা বিস্তৰ প্ৰভাৱ দেখা যায়, কাৰণ হিব্ৰুসভ্যতা বেবিলনীয় সভ্যতাৰ ওচৰত নানা বিষয়ত ঋণী। হিব্ৰু "চাবাথ" বেবিলনীয় সামাজিক আচাৰৰ পৰা উৎপন্ন ইত্যাদি।

পূৰ্ব্বোক্ত অনুতাপ গাথাসমূহ আৰু ৰাজহুৱা শোকগাথা সমূহ বিশেষ বিশেষ কৰ্ম্মত (ritual) প্ৰয়োগ কৰা হৈছিল। প্ৰায়শ্চিত্ত কৰ্ম্ম (at onement ritual) ভাৰতৰ দৰে বেবিলনতো আছিল, প্ৰাচীন ইৰাণতো আছিল। ইৰাণী বেদ জেন্দ্ অবেস্তাত তাৰ বিবৰণ আছে। এই প্ৰায়শ্চিত্ত কৰ্ম্মতে বেবিলনত পূৰ্ব্বোক্ত গাথাবিলাক গোৱা হৈছিল।

(৩০) "The Lamentations of Jeremiah"

আৰু এবিধ গাথা আছে, তাৰো প্ৰধান লক্ষণ বিলাপেই। এনেকৈ প্ৰায়শ্চিত্তকৰ্মত ব্যৱহৃত হোৱা নাছিল, কিন্তু এই বিলাপকো ধৰ্মবিষয়ক (religious, ৰচনা বুলি ধৰিব লাগিব। এই বিলাপ বেবিলনীয় ধৰ্ম-বিশ্বাসৰ দ্বাৰাই অনুপ্ৰাণিত, বেবিলনীয় বেদৰ বহিৰ্ভূত নহয়। তলত বিবৰণ দিয়া হল।

পেৰেডাইজ্‌ লষ্ট্‌ কাব্যত মিল্টনে বৰ্ণাইছে—

Thammuz came next behind,
Whose annual wound in Lebanon allured
The Syrian damsels to ‘ament his fate
In amorous ditties all a summer's day

ইত্যাদি।

ইয়াত Syrian মানে বেবিলনীয়, কোনো কোনো সময়ত চিৰিয়া বেবিলনৰে অন্তৰ্গত আছিল। তাৰ পাচত Thammuz নহয়, বেবিলনীয় ভাষাবিৎ পণ্ডিত জেষ্ট্ৰ'ৰ মতে Tammuz হে। তেমাজ সূৰ্য্য দেৱতাৰে এটা স্বৰূপ। বেবিলনীয় সূৰ্য্যদেৱতাৰ নাম ছামাচ্‌, কিন্তু সূৰ্য্যৰ শস্যোৎপাদনশীল প্ৰকৃতি উপলক্ষ্য কৰি তেমাজৰ কল্পনা কৰা হৈছিল। সূৰ্য্য সকলো সময়তে বিৰাজমান কিন্তু বসন্ত আৰু গ্ৰীষ্ম ঋতুত হে সূৰ্য্যৰ তেজ আৰু শস্য উৎপাদন কৰা শক্তি বেচি পৰিমাণে থাকে। কাজেই তেমাজ এই ঋতুৰ সূৰ্য্য। ইষ্টৰ বা পৃথিৱীদেৱী তেমাজৰ ভাৰ্য্যা। শস্যাদি সমৃদ্ধিৰ কাৰণে ৰ'দৰ পোহৰ আৰু সাৰুৱা মাটি দুয়োটা লাগে, কাজেই পতিপত্নীৰূপে তেমাজ-ইষ্টৰ শস্যোৎপত্তিৰ অধিষ্ঠাতা। মোটতে তেমাজ সূৰ্য্যৰূপী প্ৰকৃতিৰ দেৱতা, তেমাজৰ গুণতে প্ৰকৃতি উজ্জ্বল আৰু শ্যামল। কিন্তু গ্ৰীষ্মৰ পাচত বাৰিষাৰ বৰষুণ আৰু ধুমুহাই আহি প্ৰকৃতিৰ ওপৰত আধিপত্য বিস্তাৰ কৰে। গ্ৰীষ্মৰ পাচত সূৰ্য্যদেৱতাৰ এই

অন্তৰ্ধান বেবিলনত মৃত্যুৰূপে পৰিগণিত হৈছিল। মৃত্যুৰ ধাৰণা হোৱা স্বাভাৱিক, কাৰণ গ্ৰীষ্মৰ উজ্জ্বল তেজোময়ী প্ৰকৃতিৰ পৰা বাৰিষাৰ ম্লান বিষাদময়ী প্ৰকৃতিলৈ বাস্তৱতে এটা তাণ্ডৱ পৰিবৰ্ত্তন ঘটে। এনে কিৰণদাতা, উজ্জ্বল আৰু সুন্দৰ সূৰ্য্যদেৱতাৰ মৰণ উপলক্ষ্য কৰি মুনিহ তিৰোতা মিলি শোক উৎসৱ পাতি শোক সঙ্গীত গোৱা হৈছিল। উত্তৰায়ণৰ লগে লগে সূৰ্য্যৰ শক্তি কমি আহিবলৈ ধৰে, কাজেই এই সময়তে শোক উৎসৱ পতা হৈছিল। বেবিলনীয় উপাখ্যানত এই মৃত্যুৰ দুটা কাৰণ দিয়ে—এটা হৈছে—তেমাজ আৰু ইষ্টৰৰ বিৰহ, গতিকে তেমাজৰ শোকাচ্ছন্ন মূৰ্ত্তি, বেজাৰত' প্ৰণয়ীৰ-মৃত্যু। আন এটা হৈছে—তেমাজে মৃগয়া কৰোতে এটা বনৰীয়া গাহৰীৰ মুখত প্ৰাণ হেৰুৱায়। তলত তেমাজৰ মৃত্যুত বিলাপ কৰি গোৱা গাথাৰ নিদৰ্শন দিয়া হল।

* * *

হায়! মোৰ বীৰ "দমু"! (৩১)
হায়! শিশু স্বাব্য অধিপতি!
হায়! "কাদি" উজ্জ্বল নয়ন!

---

(৩১) "দমু" শব্দ আকাদীয়, চুমাৰীয় ভাষাৰ "ডুমুজি" শব্দৰ পৰা আহিছে অৰ্থ "যথাৰ্থ পুত্ৰ"। চুমাৰীয় ভাষাত তেমাজক "ডুমুজি অবছু" অৰ্থাৎ "পানীৰ যথাৰ্থ পুত্ৰ" বোলা হৈছিল। ঋগ্বেদত "অপাং নপাৎ" শব্দ আছে, ইয়াৰ অৰ্থও "পানীৰ অপত্য" (নপাৎ=অপাৎ=অপত্য, দুয়োটা পত্ ধাতুৰ পৰা উৎপন্ন)। "নপ্তৃ" শব্দৰ অৰ্থ পৌত্ৰ, তাৰে সৈতে সম্বন্ধ লগাই সাধাৰণতঃ "নপাৎ" শব্দৰ অৰ্থও "পৌত্ৰ" কৰা যায়। সি যি হক, ঋগ্বেদত পানীৰ পৌত্ৰ "অপাং নপাৎ" জ্যোতিৰ্ময় বৈদ্যুতাগ্নি, অৰ্থাৎ অগ্নিৰ বিজুলিৰূপ; বেবিলনীয় বেদত "ডুমুজি-অবছু" (পানীৰ যথাৰ্থ পুত্ৰ) জ্যোতিৰ্ময় সূৰ্য্য। প্ৰাচীন বৈদিক গ্ৰন্থ "বৃহদ্দেৱতাৰ" মতে অগ্নি সূৰ্য্যৰে পাৰ্থিৱ ৰূপ; কাজেই অগ্নি আৰু সূৰ্য্য অভিন্ন। ইয়াৰ পৰাই "অপাংনপাৎ" আৰু "ডুমুজি-অবছু"ৰ কল্পনাৰ পৰস্পৰ কিমান সম্বন্ধ তাক বুজা যায়।

* * *

হায়! যুবৰাজ, ভূমি অধিপতি!
হায়! মোৰ স্বৰগৰ বিলাপকাৰী!

ক্ৰোধোন্মত্ত ধুমুহাই তেওঁক তললৈ নমালে—তেওঁ পৃথিৱীলৈ বাট ললে।

থাগৰিৰ দৰে তেওঁ ছিন্ন ভিন্ন হল...
বীৰ তেওঁ যুদ্ধ ক্ষেত্ৰ এৰিলে।
গৰধীয়া তেমাজ শোকত নিমগ্ন।

তেওঁৰ মাকে বিনাইছে—তেওঁৰ কাৰণে কান্দোন জুৰিছে। বিনাই আৰু হুমুনিয়াহ কাঢ়ি—তেওঁৰ কাৰণে কান্দোন জুৰিছে। (তেওঁৰ) মাক উঠিছে—ইনাই বিনাই কান্দিছে।

মাক বহিছে—(বেজাৰত) বুকুৰ ওপৰত হাত থৈছে।

তেওঁ কান্দোনৰ উচ্ছ্বাস তুলিছে—কান্দোন তেওঁৰ অতি দাৰুণ;

তেওঁ বিলাপৰ উচ্ছ্বাস তুলিছে—বিলাপ তেওঁৰ অতি দাৰুণ।"

এনেকুৱা নানা শোক সঙ্গীত গোৱা হৈছিল! আৰু দুশাৰী মান উদাহৰণ দিয়া হল—

"তেওঁ গল, তেওঁ পৃথিবীৰ বুকুলৈ গল,
দেশত মৰা মানুহ অসংখ্য হল!"

তেমাজৰ তিৰোভাবত প্ৰকৃতিৰ ম্লান ৰূপ উদ্দেশ্য কৰি কোৱা হৈছে—

"কিমান দিন সেউজীয়া বৰণ নোহোৱা হৈ থাকিব?
কিমান দিন শস্যৰ খেতি নোহোৱা কৈ থাকিব?"

তেমাজৰ শোক-উৎসবৰ বিষয়ে কৈ থোৱা উচিত যে ই প্ৰাচীন গ্ৰীচলৈ স্থানান্তৰিত হৈ "এডনিছৰ" শোক উৎসবত পৰিণত হৈছিল।

'এডনিছ" দেবতাৰ মৃত্যু উপলক্ষ্য কৰিও গ্ৰীচত ছোৱালীবিলাকে দেবতাৰ মৃত মূৰ্ত্তি লৈ কান্দি কান্দি "যাত্ৰা" (procession) কৰিছিল।

(ঘ)

## তুলনামূলক যাজ্ঞিক আলোচনাৰ আভাস।

বেবিলনীয় বেদৰ তিনটা ভাগৰ বিৱৰণ দিয়া হল। বেবিলনীয় বৈদিক সাহিত্যত আৰু এবিধ ৰচনা আছে, "যাজ্ঞিক পাঠাৱলী" (ritual texts) বোলা যায়। আন আন ৰচনাৰ দৰে ইয়াৰো অনেক অংশৰ লোপ হৈছে। ইয়াত যজ্ঞবিষয়ক বিধি আছে। স্তুতি যি যজ্ঞত প্ৰয়োগ কৰা হয় সেই যজ্ঞৰে কাৰ্য্যপ্ৰণালীৰ আভাস ইয়াত দিয়া হৈছে, এই বিলাকক স্তুতিৰ লগতে ধৰিব পাৰি। যজ্ঞবিধিৰ নিদৰ্শন এই—

"৫৪—তলত দিয়া যজ্ঞটো কৰিব লাগে। পবিত্ৰ দেবতাৰ সম্মুখত চৰণ ৰাখা। এটা সেউজীয়া গছৰ ডাল, নিৰ্ম্মল পানী, কিছুমান শস্য কণা আৰু খাগৰিৰ আঁটি এটা থোৱাঁ। ইয়াৰ ওপৰত ছুৰাৰ শাক-বন ৰাখা।

৫৫—এটা বগা মেৰ ছাগলিৰ পোৱালি বলি দিয়াঁ।............

৫৬—সুৰা উপহাৰ দিয়াঁ। (হেলনীয়াকৈ এখন ইটাৰ পীঠ ৰাখা। এটা ছাগলি উপহাৰ দিয়াঁ। যজ্ঞভূমিৰ) প্ৰবেশ দুৱাৰ "গক্ৰ" নামক শিলেৰে বেৰি দিয়াঁ।

৫৭—অগ্নিশালাৰ জুই আৰু নদীদেবতাৰ পানী তুলিব লাগিব আৰু এটা পাখি লব লাগিব।.........এই মন্ত্ৰটো ইষ্টৰ দেবীৰ আগত আবৃত্তি কৰাঁ—তেওঁৰ (হৃদয়ে) যি কল্পনা কৰিছিল সেই সকলো-বিলাক তেওঁ সমাধা কৰিলে'।" ইত্যাদি। (খোদিত লিপি, চতুৰ্থ ভাগ, ৬১

এই বিলাক যজ্ঞবিধিৰ নিদৰ্শন। এনেকুৱা নানাবিধিৰ পৰা যজ্ঞৰ প্ৰক্ৰিয়া অনেক পৰিমাণে জানিব পৰা যায়। ওপৰত দি অহা স্তুতি সমূহ সাধাৰণতঃ এই যজ্ঞতে প্ৰয়োগ কৰা হৈছিল। এই যজ্ঞৰ কথা নাজানিলে সেই কালৰ মানৱতত্ত্ব পোৱা সম্ভৱপৰ নয়। যজ্ঞত সামাজিক আচাৰ ব্যৱহাৰ, নানা দ্ৰব্যৰ ব্যৱহাৰ. ধৰ্ম্মবিশ্বাস, নৈতিক জ্ঞান আদি মানুহৰ জীৱন-বুৰঞ্জী সঞ্চিত হৈ আছে। বিশেষতঃ প্ৰাচীন ধৰ্ম্মবিলাক যজ্ঞপ্ৰধান। ভাৰতীয় বৈদিক ধৰ্ম্মৰ কথা নকৱেঁই, বৈদিক সাহিত্যক যাজ্ঞিক সাহিত্যকে বুলিব পাৰি। যজ্ঞত প্ৰয়োগ কৰিবৰ কাৰণেই ঋগ্‌বেদ, যজুৰ্ব্বেদ আৰু সামবেদৰ মন্ত্ৰ সমূহ। যজ্ঞৰ বিধি লৈয়েই "ব্ৰাহ্মণ" গ্ৰন্থ সমূহ আৰু বিস্তীৰ্ণ "শ্ৰৌতসূত্ৰৰ" সাহিত্য। যজ্ঞৰ কোনো প্ৰক্ৰিয়া লৈ সন্দেহ হলে তাক ভঞ্জন কৰিবৰ কাৰণেই মীমাংসা দৰ্শন আৰু তাৰ বিস্তীৰ্ণ টীকাসাহিত্য ( commentarial literature )। তাৰ পাচত প্ৰাচীন ইৰাণৰ বৈদিক সাহিত্য আলোচনা কৰিলে দেখা যায় যে তাতো যাগ-যজ্ঞৰে প্ৰাধান্য। ইৰাণীবেদ জেন্দ্ অবেস্তাৰ এটা অংশৰ নাম "যস্ন" অৰ্থাৎ যজ্ঞ। তাত অসংখ্য যজ্ঞৰ মন্ত্ৰ আছে। যস্ন অংশত যজমানে কৈছে "মই ঘোষণা কৰিছোঁ যে মই সৃষ্টিকৰ্ত্তা অহুৰ মজ্‌দাৰ প্ৰতি ( মোৰ যজ্ঞ ) সম্পূৰ্ণ কৰিম" ইত্যাদি। ইয়াত যজ্ঞৰ উপচাৰ দেৱতাৰ আগত নিবেদন কৰোঁতে পাঠ কৰা মন্ত্ৰ অনেক পোৱা যায়। দেৱতাৰ আগত নিবেদন কৰা বস্তুৰ ভিতৰত ভাৰতৰ বৈদিক সমাজৰ দৰে সোমৰসৰ প্ৰাধান্য আছিল। অবেস্তাত সোমৰ ৰূপান্তৰ "হোম" হৈছে। যেনে, অবেস্তাৰ যস্ন অংশৰ সপ্তম অধ্যায়ৰ একবিংশ মন্ত্ৰত আছে "আৰু মই মুনি অ-ৰ-থুস্ত্ৰ-স্পিতমৰ "ফ্ৰবছি"ৰ (৩২) তুষ্টিৰ কাৰণে "হোম" আৰু "হৌম" ৰস নিবেদন কৰিছোঁ.........ইত্যাদি"। ইয়াৰ পৰা ইৰাণী সভ্যতাও যে যজ্ঞ

(৩২) "ফ্ৰবছি" হৈছে পুণ্যশীল মৃতকৰ আত্মা।

প্ৰধান আছিল তাৰ প্ৰমাণ পোৱা গল। হিব্ৰুজাতিও যজ্ঞপ্ৰধান আছিল। খৃষ্টধৰ্ম্মৰো নানা সম্প্ৰদায়ত যজ্ঞৰ বাহুল্য দেখা যায়, বিশেষকৈ মধ্য যুগত খৃষ্টীয় আৰু "তালমুদ্" শাস্ত্ৰৰ অনুবৰ্ত্তী ইহুদী সম্প্ৰদায়ৰ ভিতৰত এই যজ্ঞৰ অতিশয় বাহুল্য আছিল। সি যি হক, প্ৰাচীন সভ্যতাৰ প্ৰাণ এই যজ্ঞত নিহিত। নিত্য অনুষ্ঠান যজ্ঞৰ লক্ষণ, সকলো সময়তেই ইয়াৰ প্ৰক্ৰিয়া চলিছিল। এই কাৰণেই যজ্ঞ, অনুষ্ঠানকাৰী ব্যক্তি আৰু সমাজৰ দৈনন্দিন ক্ৰিয়াকলাপৰ প্ৰকৃতি আৰু গতিৰ মহানিধি। নিত্য বুলিয়েই মানবপ্ৰকৃতিৰ ক্ৰমবিকাশৰ ইতিহাসৰ কাৰণে যজ্ঞৰ প্ৰকৃত মূল্য। খৃষ্টপূৰ্ব্ব প্ৰায় তিনি হেজাৰ বছৰৰ পৰা অৱস্ত কৰি এই দীঘলীয়া যুগৰ ইতিহাস যজ্ঞৰ কথাৰে অনেক পৰিমাণে পূৰ্ণ হব, অৱশ্যে কোনো দেশত যজ্ঞ আগেয়েই বন্ধ হৈছে, কোনো দেশত আকৌ পাচত। বিশেষকৈ প্ৰাচীনতম যুগৰ মানবতত্ত্ব বুজোঁতেহে এই যজ্ঞই বেচি পৰিমাণে সহায় কৰিব। ডক্তৰ জেভন্‌চে লিখিছে—

"In the history of religion the most important rite is that of sacrifice. As a matter of history it has been universal........."—"Comparative Religion"—২১ পৃ।

ভাৰত, ইৰাণ, এচিৰিয়া-বেবিলন, হিব্ৰুৰাজ্য—এই বিলাকৰ সভ্যতাৰ নানা সাদৃশ্য আছে। যজ্ঞৰ অনুসন্ধান কৰি এই বিলাক সভ্যতাৰ অন্তঃপ্ৰকৃতি জানিব পৰা যায়, তাৰ পাচত তুলনামূলক প্ৰণালীৰে এই বিস্তীৰ্ণ ভূখণ্ডৰ মানবতত্ত্ব পোৱা যাব পাৰে। Comparative Semitic and Indo-Iranian Anthropology অৰ্থাৎ তুলনামূলক চেমীয় আৰু ইৰাণ-ভাৰতীয় মানবতত্ত্ব একেটা ভেতিৰ ওপৰত প্ৰতিষ্ঠিত। সেই ভেতি হৈছে যজ্ঞ। যজ্ঞত প্ৰাচীন যুগৰ মানসিক ধাৰা, সামাজিক গতি, আচাৰ, বিশ্বাস, নীতি, ধৰ্ম্ম—মোটতে প্ৰাচীন সভ্যযুগৰ মানবতত্ত্বৰ অসংখ্য

সঁজুলি সঞ্চিত হৈ আছে। অৱশ্যে মানৱতত্ত্ববিদ্যাই দেহবিজ্ঞানো আলোচনা কৰে, কিন্তু ওপৰত কোৱা বিষয়বিলাক আলোচনা কৰাও যে তাৰ প্ৰধান কৰ্ম্ম তাত সন্দেহ নাই। বেবিলনীয় যজ্ঞবিধিসমূহ এই বিষয়ত বিশেষ কামত আহিব।জগতৰ পণ্ডিত সমাজত পূৰ্ব্বোক্ত ভূভাগৰ তুলনামূলক মানৱতত্ত্বৰ আলোচনা এতিয়ালৈকে হোৱা নাই, বিশেষকৈ ইয়াৰ পাতনিস্বৰূপে বৈদিক যজ্ঞৰ যথাযোগ্য আলোচনা হোৱা নাই। কিন্তু এই বিৰাট বিষয়ৰ অনুসন্ধান আৱশ্যক। এই অনুসন্ধান-কৰ্ম্মত বেবিলনীয় ধৰ্ম্ম, বেবিলনীয় বেদ, বেবিলনীয় ইতিহাসৰ মূল্য সদায় অটুট হৈ থাকিব। বেবিলনীয় ধৰ্ম্মই নানা সঁজুলিৰে সহায় কৰিব পাৰিব, কাৰণ এই ধৰ্ম্ম অতিশয় যজ্ঞপ্ৰধান, ইয়াত যজ্ঞৰ অপৰিসীম বাহুল্য আছিল। বেবিলনীয় তত্ত্ববিৎ ডক্তৰ জিমাৰ্ণে লিখিছে—

"At all periods of the Assyro-Babylonian religion the sacrificial system was extensive and multiform."

( Encyclopedia of Religion and Ethics—২য় খণ্ড-৩১৮ পৃ )

গ্ৰীচ, চীন, মিছৰ আদি দেশতো নানা প্ৰকাৰৰ যজ্ঞ কম বেচি পৰিমাণে প্ৰচলিত আছিল। সাক্ষাৎভাৱে সেইবিলাকৰ চেমীয় আৰু ইৰাণ-ভাৰতীয় মানৱতত্ত্বৰ লগত সম্বন্ধ নাথাকিব পাৰে, কিন্তু পৰোক্ষভাৱে সেই বিলাকৰ আলোচনাৰ পৰা নানা সাহায্য পোৱা যাব। বিশেষকৈ মিছৰীয় যজ্ঞ পৰিমাণত কম হলেও কামত আহিব, কাৰণ বেবিলন আৰু মিছৰ নানা সম্বন্ধত আবদ্ধ। সি যি হক, পূৰ্ব্বোক্ত নিয়মেৰে প্ৰাচীন সভ্যতাৰ প্ৰকৃতি আবিষ্কাৰ কৰিব নোৱাৰিলে সভ্যতাৰ দীঘলীয়া ইতিহাস চিৰকাল অসম্পূৰ্ণ হৈ থাকিব।

নকলেও হব যে এই বিলাক কিঞ্চিৎ পৰিমাণে অবান্তৰ কথা হলেও তাৰ বৰ্ত্তমান বিষয়ৰ লগত যথেষ্ট সম্বন্ধ আছে। ( ১ ) বেবিলনীয় বেদ

বেবিলনীয় যজ্ঞৰ লগত সংশ্লিষ্ট, যজ্ঞ নুবুজিলে বেদৰ প্ৰয়োগ বুজিব নোৱাৰি, (২) বিশেষকৈ এই যজ্ঞৰ লগত ভাৰতীয়, ইৰাণীয় আৰু হিব্ৰু যজ্ঞৰ ঘনিষ্ঠ সমন্ধ। ইয়াত তাৰ উল্লেখ মাথোন কৰা হল।

ঙ)

## বেবিলনীয় সাহিত্যৰ বিস্তৃতি।

বেবিলনীয় বেদৰ ভাগবিলাকৰ নিদৰ্শন দিয়া হল। বেবিলনীয় সাহিত্য ইয়াতে অন্ত নহয়। এই সাহিত্য ব্যাকৰণ, অভিধান, কাব্য, আইন, নীতিতথ্য, চিকিৎসা গ্ৰন্থ, নানা চিঠিপত্ৰ, ভবিষ্যদ্বাণীবিষয়ক ৰচনা, জ্যোতিষ আদিৰে পৰিপূৰ্ণ। এইবিলাকৰ বাহিৰেও বেবিলনীয় বেদৰ লগৰ "হাত তোলা প্ৰাৰ্থনা" আদি স্তোত্ৰ আৰু মন্ত্ৰৰ নানা সংগ্ৰহ আছে।

ইয়াৰ বাহিৰেও বেবিলনৰ বাহিৰতো বেবিলনীয় সাহিত্যৰ নিদৰ্শন পোৱা গৈছে। মিছৰ, ইলাম আৰু প্ৰাচীন এচিয়ামাইনৰৰ কেপাদকিয়া প্ৰদেশত বেবিলনীয় ভাষাত লিখা নানা ৰচনা পোৱা গৈছে। বেবিলনীয় সাহিত্যৰ শ্ৰেষ্ঠ অঙ্গ সম্ৰাট্ হামুৰাপিৰ আইন ১৯০১ চনত পাৰছ্যৰ ইলাম প্ৰদেশত হে পোৱা গৈছিল। মোটতে এচিৰীয় বেবিলনীয় সাহিত্য অতি বিস্তীৰ্ণ, এই ভাষাৰ অসংখ্য গ্ৰন্থ এতিয়াও বিদ্যমান। (এই বিষয়ে পাচত কোৱা হৈছে)।

৬

## বেবিলনীয় বেদৰ দেৱতামণ্ডলী।

দেৱতা লৈয়েই বেদ। বেবিলনীয় বেদত স্তুতি কৰা কোনো কোনো দেৱতাৰ উল্লেখ ওপৰত নিদৰ্শন দিওঁতে কৰা হৈছে। ইয়াত প্ৰধান প্ৰধান দেৱতাসকলৰ কিছুমান ঘাই লক্ষণৰ আভাস দিম। দেৱতাৰ বিভাগ সম্পৰ্কে জাৰ্ম্মাণ পণ্ডিত ডক্তৰ জিমাৰ্ণৰ প্ৰবন্ধৰ সহায় লোৱা হৈছে।

(Encyclopedia of Religion and Ethics—২য় খণ্ড—পৃ ৩১০—১৩)। ইয়াত দেৱতাৰ প্ৰকৃত স্বৰূপ কি, দেৱতাৰ কল্পনাত সেই জাতিৰ মানসিক বিকাশৰ (Psychological development) কি আভাস পোৱা যায়—এনে বিধৰ আলোচনা কৰা নাই। বৰ্ত্তমান অৱস্থাত সময় আৰু ঠাইৰ অভাৱ।

(ক) অনু, এন্‌লিল্‌ আৰু ইয়া—এই তিনি জন দেৱতা মিলি এটা ত্ৰিমূৰ্ত্তি। ইয়াৰ ভিতৰত অনু প্ৰধান। অনু স্বৰ্গৰ দেৱতা, এন্‌লিল পৃথিবীৰ দেৱতা আৰু ইয়া পানীৰ দেৱতা, অসমীয়া সাধুকথাৰ জল কোঁৱৰ। এই প্ৰসঙ্গত ঋগ্‌বেদত ত্ৰিমূৰ্ত্তিৰ ঠাইত দ্বিমূৰ্ত্তি দেখা যায়। তাত দ্যাবা-পৃথিবী (স্বৰ্গ আৰু পৃথিবীৰ) নিত্যসম্বন্ধ। ঋগ্‌বেদত বৰুণ যাইকৈ চিৰন্তন নীতি (eternal law) যাক বেদত 'ঋত' বোলা হৈছে তাৰ হে দেৱতা। পাচত হে বৰুণ পুৰাণাদিত কেৱল জলদেৱতাৰূপে পৰিণত হৈছে, ঋগ্‌বেদত পৰোক্ষভাৱে মাথোন বৰুণৰ পানীৰ লগত সম্বন্ধ। ঋগ্‌ বেদত জলসমূহেই জলদেৱতা; জলসমূহকে দেৱতা বুলি কল্পনা কৰা হৈছে—

"আপো হিষ্ঠা ময়োভুবস্তান উৰ্জ্জে দধাতন" (ঋগ্‌বেদ, ১০।৯।১ "হে পানীসমূহ! তোমালোক সুখকৰ হোৱাঁ, আমাৰ অন্নলাভৰ (অথবা বললাভৰ) কাৰণে আমাক ধাৰণ কৰাঁ।"

তাৰ পাচত, ঋগ্‌বেদত নৈৰ অৰ্থাৎ জলপ্ৰবাহৰ স্তুতি আছে। বেবি-লনীয় বেদতো পানীক প্ৰতি পবিত্ৰ জ্ঞান কৰা হৈছিল। ওপৰত দিয়া নিদৰ্শন এটাতে "পবিত্ৰ জল ৰাশি, ইউফ্ৰেটিচ নৈৰ জলৰাশি "ইত্যাদি উল্লেখ আছে। তদুপৰি বেবিলনত অনিষ্টকৰ যাদুৰ হাত সাৰিবলৈকো শান্তিয়নী পানী প্ৰয়োগ কৰা হৈছিল। (৩৩)

(৩৩) জেভন্‌চৰ "Comparative Religion"—৫৭ পৃ।

বেবিলনীয় ত্ৰিমূৰ্ত্তি আৰু ঋগ্‌বেদৰ ত্ৰিমূৰ্ত্তি ভাবা—পৃথিবীৰ কথা কোৱা হৈছে, কিন্তু ঋগ্‌বেদত যে ত্ৰিমূৰ্ত্তি নাই এনে নহয়। পুৰাকালত বেবিলনীয় ধৰ্ম্মৰ দৰে ঋগ্‌বেদৰ দেৱতা লৈও ত্ৰিমূৰ্ত্তি কল্পনা কৰা হৈছিল। নিৰুক্ত নামক বেদাঙ্গৰ আচাৰ্য্য সকলে যি ত্ৰিমূৰ্ত্তি গঠন কৰিছিল তাত স্বৰ্গৰ দেৱতা সূৰ্য্য, পৃথিবীৰ দেৱতা অগ্নি আৰু অন্তৰিক্ষৰ দেৱতা বায়ু বা ইন্দ্ৰ ( নিৰুক্ত, দৈৱত কাণ্ড, ৭।৫।১-২ )। বেবিলনীয় ত্ৰিমূৰ্ত্তিৰ দৰে এই ত্ৰিমূৰ্ত্তিত জল-দেৱতা নাই।

আগেয়ে কৈ অহা হৈছে, বেবিলনীয় দেৱতাৰ এটা প্ৰধান লক্ষণ এই যে প্ৰত্যেক দেৱতা কোনো এখন নগৰৰ লগত সংশ্লিষ্ট। বেবিলনত ধৰ্ম্ম আৰু ৰাষ্ট্ৰ সমানে মূল্যবান আছিল। এই কাৰণেই ধৰ্ম্মভাবৰ বাহুল্যৰ লগে লগে সেই প্ৰাচীন যুগত বেবিলনৰ বৈষয়িক উন্নতিৰ (Material Progress) চৰম উৎকৰ্ষই নানা সুন্দৰ, গৰিমা মণ্ডিত নগৰ, মন্দিৰ আদিত দেখা দিছিল। এই বিষয়ত বেবিলন বৈদিক ভাৰতত্তকৈ অনেক গুণে বেচি উন্নত। নগৰ দেৱতাৰ, দেৱতা নগৰৰ এই ন্যায় অনুসৰি অনু উৰুক নগৰৰ, এন্‌লিল্ নিপুৰ নগৰৰ আৰু ইয়া এৰিদু নগৰৰ দেৱতা। পৃথিবীৰ দেৱতা এন্‌লিলক "মহান্ পৰ্ব্বতো" বোলা হৈছিল। অনিষ্টকৰ যাদুৰ প্ৰতিকাৰ কাৰ্য্যত পানীৰ ৰজা ইয়াদেৱতাৰ প্ৰাধান্য আছিল, কিয়নো এই কাৰ্য্যত শান্তিয়নী পানী নহলে নহয়। ইয়া জ্ঞানৰো অধিপতি, মানুহৰ পৰম হিতকাৰী।

(খ) চিন্, ছামাছ আৰু ইষ্টৰ—বেবিলনীয় বেদৰ দ্বিতীয় ত্ৰিমূৰ্ত্তি। এই ত্ৰিমূৰ্ত্তি এনেকৈও হয়—চিন, ছামাছ আৰু আদাদ (৩৪)। (পূৰ্ব্বোক্ত বৈদিক ত্ৰিমূৰ্ত্তিৰ দৰে—অগ্নি, সূৰ্য্য, ইন্দ্ৰ অথবা অগ্নি, সূৰ্য্য, বায়ু।)

চিন্ চন্দ্ৰদেৱতা, ছামাছ সূৰ্য্যদেৱতা আৰু ইষ্টৰ্ পৃথিবী দেৱী।

(৩৪) "আদাদ্" দেৱতাক "বিম্মন" নামেও জনা যায়। পাচত বিৱৰণ দিয়া হৈছে।

চিন্ উক নগৰৰ দেৱতা, ছামাছ এই চিনৰে পুত্ৰ, নিঙ্গল পত্নী। কোনো কোনো আখ্যানৰ মতে ইষ্টৰ দেৱী চিনৰ জীয়েক।

বেবিলনীয় বেদত চন্দ্ৰ দেৱতাৰ প্ৰাধান্য আৰু ভাৰতীয় ঋগ্‌বেদত সেই অনুক্ৰমে চন্দ্ৰৰ অপ্ৰাধান্য দেখা যায়। বেবিলনীয় বেদত চন্দ্ৰ আন কি সূৰ্য্য দেৱতাৰো পিতা, ভাৰতীয় ঋগ্‌বেদত চন্দ্ৰক স্বতন্ত্ৰ ভাবে স্তুতি কৰা সূক্তই নাই। "হাত তোলা প্ৰাৰ্থনা" ("prayers of the lifting up of the hand") নামক কিছুমান স্তুতি বেবিলনীয় বেদৰ লগৰ বুলি কৈ অহা হৈছে। ইয়াত থকা চন্দ্ৰদেৱতাৰ স্তুতিৰ এটা নিদৰ্শন দিওঁ।

"১—হে চিন্! হে নান্নাৰ (৩৫)! শক্তিমান......

২—হে চিন্! তুমি অদ্বিতীয়, তুমি উজ্জ্বল কৰাঁ...

৩—তুমি জাতিসমূহক পোহৰ দিছা .....

৫—স্বৰ্গত তোমাৰ উজ্জ্বল পোহৰ......

৬—অগ্নি দেৱতাৰ দৰে তোমাৰ উজ্জ্বল প্ৰদীপ...

৭—তোমাৰ জ্যোতিয়ে বিশাল ধৰণী ওপচায়...

১২—অমুক মাহৰ অমুক দিনা লগা চন্দ্ৰ গ্ৰহণৰ অমঙ্গলত,

১৩—মোৰ ৰাজপ্ৰাসাদ আৰু মোৰ দেশত হোৱা অশুভ আৰু অসৎ দুৰ্ঘটনা-সূচনাৰ আৰু শক্তিসমূহৰ অমঙ্গলত,

১৪—মহান দেৱতা বৃন্দে তোমাক প্ৰাৰ্থনা কৰে, তুমি পৰামৰ্শ দিয়াঁ।

১৯—হে নতুন জোনৰ দেৱতা! শক্তিত অতুলনীয়, যাৰ উদ্দেশ্য কোনো মানুহে নাজানে,

২০—তোমাৰ কাৰণে মই বিলাপধ্বনিৰে নৈশ তৰ্পন জল বাকিছোঁ, তোমাৰ প্ৰতি মই পবিত্ৰ পানীয় নিবেদন কৰিছোঁ।

(৩৫) চন্দ্ৰৰ নামান্তৰ।

২১—মই অবনত হৈ পৰিছোঁ! মই থিয় হৈছোঁ! মই তোমাক বিচাৰিছোঁ!

২২—মোৰ ওপৰত তুমি অনুগ্ৰহ আৰু সাধুতা ৰাখাঁ!” (ডক্তৰ কিঙৰ Babylonian Magic and sorcery—৫ পৃ)।

এই স্তুতিত চন্দ্ৰৰ প্ৰতি অগাধ ভক্তিৰ পৰিচয় পোৱা যায়। ডক্তৰ কিঙৰ মতে চন্দ্ৰগ্ৰহণৰ সময়ত এচিৰিয়াৰ ৰজাই অমঙ্গল নিবাৰণ কৰিবৰ অৰ্থে চন্দ্ৰ দেৱতাৰ স্তুতি কৰিছে। ডক্তৰ জেষ্ট্ৰ'ৰ মত অলপ ভিন্ন। মাহৰ শেহত জোন নেদেখা হলে ৰজাই নিজে মন্দিৰলৈ গৈ চন্দ্ৰৰ স্তুতি কৰিছিল। জোনৰ অন্তৰ্ধান আৰু গ্ৰহণ—এই দুটা যুটীয়া ধাৰণা, কাজেই স্তুতিত চন্দ্ৰ-গ্ৰহণৰ কথাও যোগ দিয়া হৈছিল। ইয়াৰ পৰা বুজা যায়—স্তুতি নকৰিলে চন্দ্ৰ-গ্ৰহণৰূপ অমঙ্গলৰ আশঙ্কা থাকে—এই বিশ্বাস বেবিলনত আছিল। চন্দ্ৰগ্ৰহণনিবাৰণৰ অৰ্থে ‘হে চিন্! হে নান্নাৰ, শক্তিমান্” আদি স্তুতি কৰা হৈছিল। তেতিয়া ওপৰত দিয়া নিদৰ্শনটোৰ ১৯ শাৰীৰ পৰা আৰম্ভ কৰি “হে নতুন জোনৰ দেৱতা” ইত্যাদি বাক্যেৰে স্তুতি কৰা হৈছিল। আৰববাসী সকলে আজিও নতুন জোন ওলালে আনন্দৰ ধ্বনি তুলি আদৰ অভ্যৰ্থনা কৰে। ইহুদী ধৰ্ম্মতো নতুন জোন ওলালে বিশেষ প্ৰাৰ্থনাৰ ব্যৱস্থা আছে; ইয়াতো আনন্দগাথা গোৱা হয়। হিন্দু ধৰ্ম্মতো “নিষ্কলঙ্ক কলাধাৰ” ইত্যাদি বাক্যেৰে নতুন জোনক অভ্যৰ্থনা কৰা হয়, কিন্তু আদিতে বেবিলনীয় বেদৰ দৰে ঋগ্বেদত চন্দ্ৰৰ কাৰণে স্বতন্ত্ৰ সূক্ত (hymn) নাই। অৱশ্যে আন দেৱতাৰ স্তুতিৰ প্ৰসঙ্গত ঠায়ে ঠায়ে এটা দুটা বাক্যেৰে চন্দ্ৰৰ স্তৱো কৰা হৈছে। যেনে—বৰুণৰ স্তুতিৰ প্ৰসঙ্গত কোৱা হৈছে—

“* * * * বিচাকশচ্চন্দ্ৰমা নক্তমেতি” (ঋগ্বেদ, ১।২৪।১০) “...... উজ্জ্বল হৈ ৰাতি চন্দ্ৰই বিচৰণ কৰিছে।”

ঠায়ে ঠায়ে সূৰ্য্যৰ লগত চন্দ্ৰৰ উল্লেখ কৰা হৈছে। ঋগ্বেদত চন্দ্ৰৰ স্তুতি সোমৰসৰ দেৱতা সোমৰ লগত সংশ্লিষ্ট। "সোম" শব্দ ঠায়ে ঠায়ে ঠায়ে সোমৰ স্তুতিসমূহত চন্দ্ৰ-অৰ্থত ব্যৱহাৰ কৰা হৈছে। অৱশ্যে লৌকিক সংস্কৃতত সোম শব্দৰ অৰ্থ চন্দ্ৰই। ঋগ্বেদত চন্দ্ৰ সোমৰসৰ দেৱতা, সোমৰ লগত সংশ্লিষ্ট হোৱা বাবে চন্দ্ৰৰ স্বতন্ত্ৰ সূক্ত নাই, কিন্তু অথৰ্ব্ববেদত আছে। বেবিলনীয় বেদত পোৱা নতুন জোনৰ অভ্যৰ্থনা স্তুতিৰ দৰে অথৰ্ব্ববেদতো উচ্ছ্বাসপূৰ্ণ নতুন জোনৰ আদৰণি-স্তৱ আছে। দুটা মন্ত্ৰ ইয়াত তুলি দিলোঁ।—

"নবো নবো ভবসি জায়মানোহ্নাং কেতুৰুষসামেষ্যগ্ৰম্।
ভাগং দেবেভ্যো বি দধাস্যায়ন্ প্ৰ চন্দ্ৰমস্তিৰসে দীৰ্ঘমায়ুঃ॥"

"তুমি নতুন নতুন হৈ জন্ম পাই দিনৰ লক্ষণ হৈ উষাৰ আগে আগে ফুৰা। দেৱতা সকলক আহি নিজ নিজ) প্ৰাপ্য ভাগ দিয়া। হে চন্দ্ৰ দেৱতা! তুমি মানুহৰ আয়ুষ দীঘলোৱা।"

দৰ্শোহসি দৰ্শতোহসি সমগ্ৰোহসি সমন্তঃ
সমগ্ৰঃ সমন্তো ভূয়াসং গোভিৰশ্বৈঃ প্ৰজয়া পশুভিৰ্গৃহৈৰ্ধনেন॥'
(অথৰ্ব্ববেদ, ৭।৮১।২, ৪)

"তুমি নতুন জোন, সুন্দৰ লাহে লাহে) সৰ্ব্বাঙ্গ সম্পূৰ্ণ হোৱা। ময়ো যেন গো, অশ্ব, অপত্য, পশু, ঘৰবাৰী আৰু ধনেৰে সকলো ফালে পৰিপূৰ হওঁ।"

ওপৰত দিয়া নতুন জোনৰ বেবিলনীয় স্তুতিৰ ভাষাৰ পাৰ্থক্য এৰি দিলে ৰচনাভঙ্গী আৰু ভাবৰ ফালৰ পৰা চালে কোনটো বেবিলনীয়, কোনটো ভাৰতীয়, স্তুতি তত ধৰিব নোৱাৰি, ভাৰতীয় আৰু বেবিলনীয় বেদৰ সাদৃশ্য ইমান বেচি।

চন্দ্ৰৰ বিবৰণ দিয়া হল, এতিয়া ছামাছ বা সূৰ্য্যদেৱতাৰ আলোচনা

কৰিছ। ছামাছ ঘাইকৈ বেবিলনীয় ৰাজ্যৰ দক্ষিণ ভাগত থকা লাৰ্ছা নগৰ আৰু উত্তৰ ভাগত থকা ছিপাৰ নগৰৰ দেৱতা। আমাৰ সূৰ্য্যৰ অৰুণ সাৰথি (৩৬), বেবিলনীয় সূৰ্য্যদেৱতা ছামাছৰ "বুনিন" সাৰথি। ছামাছৰ সৰ্ব্বপ্ৰধান লক্ষণ এই যে ছামাছ ন্যায়বিচাৰৰ দেৱতা, সৰ্ব্বপ্ৰধান স্বৰ্গীয় বিচাৰপতি। কাজেই বিচাৰপতি ছামাছৰ দুই পুত্ৰও ন্যায়পৰায়ণতা আৰু সাধুতাৰ অৱতাৰ—"কৈত্তু" আৰু "মেছৰ্ণ"। ঋগবেদতো সূৰ্য্যদেৱতাৰ ন্যায়বিচাৰক ভাবটো ফুটি উঠিছে। যেনে,

"দেবো নো অত্ৰ সবিতা দমূনা অনাগসো বোচতি সূৰ্য্যায়"

(ঋগ্‌বেদ, ১।১২৩।৩।

"দমনশীল সবিতাদেৱে যেন আজি আমাক সূৰ্য্যৰ আগত নিৰপৰাধ বুলি কয়।"

ইয়াত সবিতা মানেও সূৰ্য্যই, সূৰ্য্যৰে প্ৰেৰণা গুণটো উপলক্ষ্য কৰি সবিতা দেৱৰ কল্পনা কৰা হৈছিল। এই সবিতাদেৱকে দোষী নিৰ্দ্দোষী বিচাৰ কৰিবলৈ প্ৰাৰ্থনা কৰা হৈছে।

:বেবিলনত সূৰ্য্যদেৱতাৰ ন্যায়বিচাৰক ভাবটো অত্যধিক পৰিমাণে পৰিবৰ্দ্ধিত হৈছিল। তাৰ এটা বিশেষ নিদৰ্শন আছে। জগতৰ সৰ্ব্ব-প্ৰথম আইন হৈছে বেবিলনীয় সম্ৰাট্‌ হামুৰাপিৰ আইন। হামুৰাপিৰ সময় পণ্ডিত জেট্ৰ'ৰ মতে খৃ-পূ প্ৰায় ২১২৩—২০৮১। ইয়াত ২৮২টা আইন শৃঙ্খলাবদ্ধভাবে দিয়া হৈছে। হামুৰাপিৰ আইন যিটো শিলা স্তম্ভত খোদিত অৱস্থাত পোৱা গৈছে তাৰ ওপৰ ভাগত এটা খোদিত ছবি আছে—হামুৰাপি ছামাছদেৱতাৰ আগত ভক্তিভাৱত পূজা কৰাৰ

---

(৩৬) অৱশ্যে ঋগ্‌বেদত "অৰুণ" সাৰথি নহয়, সাৰথি হৈছে "পূষা।" পূষা সূৰ্য্যৰ এটা স্বৰূপ। পৰবৰ্ত্তী সংস্কৃতত 'পূষা'ৰ অৰ্থ সূৰ্য্য হৈ গৈছে। এই পূষাই ঋগ্‌বেদত সাৰথি হৈ সূৰ্য্যৰ ৰথ চলায় বুলি বৰ্ণোৱা হৈছে (৬।৫৩।৩)। পূষাৰ স্বতন্ত্ৰ ৰথৰ বৰ্ণনাও আছে (৬।৫৫।৬)

ধৰণেৰে আছে। ইয়াৰ অৰ্থ এই যে ৰজা হামুৰাপি আইনৰ বিধাতা; কাজেই সকলো আইনৰ সাৰভূত ন্যায় বিচাৰৰ দেৱতা ছামাছক অৰ্চ্চনা কৰাটো সম্পূৰ্ণ স্বাভাৱিক। হামুৰাপিৰ আইনৰ আৰম্ভণত ছামাছ দেৱতাৰ স্তুতিও আছে।

বেবিলনীয় ধৰ্ম্মত সূৰ্য্যৰ লগত আইনৰ যি সম্পৰ্ক কল্পনা কৰা হৈছে তা ক জাপানী বেৌদ্ধ ধৰ্ম্মতো দেখা যায়। জাঁপানী বৌদ্ধ সম্প্ৰদায়সমূহৰ অন্যতম "দাইনিচি" বৌদ্ধসম্প্ৰদায়ৰ ধৰ্ম্মত বুদ্ধদেৱক "দাইনিচি" অৰ্থাৎ মহান সূৰ্য্যৰূপে কল্পনা কৰি সূৰ্য্যৰূপী বুদ্ধদেৱৰ দুটা স্বৰূপ উদ্ভাবন কৰা হৈছে। 'তাৰে এটা হৈছে "তাইজো-কাই"—জগতৰ সনাতন আইনৰ (Eternal law) অধিষ্ঠাতা। ইয়াতো সৰ্ব্বদৰ্শী. সকলোকে নিৰপেক্ষ ভাবে কিৰণ দিওঁতা সূৰ্য্যৰ লগত আইনৰ সমন্ধ কল্পনা কৰা হৈছে।

ছামাছৰ আৰু এটা প্ৰধান লক্ষণ এই যে ছামাছ ভবিষ্যদ্বাণীৰো দেৱতা। চন্দ্ৰদেৱতা চিনৰো এই লক্ষণ আছে, কিন্তু ছামাছৰ সমান নহয়। ভবিষ্যৎ জানিবৰ কাৰণে নানা প্ৰথা বেবিলনত আছিল, এই বিষয়ে বেবিলনীয় ভাষাত লিখা নানা ৰচনা আবিষ্কৃত হৈছে। বেবিলনত ভবিষ্যৎ আলোচনা কৰা এক শ্ৰেণীৰ পুৰোহিতেই আছিল। পুৰোহিত সকলে ছামাছৰ নামত ভবিষ্যৎ আলোচনা কৰিছিল, ছামাছ ভবিষ্যদ্বাণীৰ দেৱতা।

ইষ্টৰদেৱীৰ কথা তেমাজৰ প্ৰসঙ্গত অলপ কোৱা হৈছে। ইষ্টৰ উৰুক, নিনেভ আৰু আৰবেলা নগৰৰ দেৱতা। পূৰ্ব্বোক্ত আক্কাদত ইষ্টৰ দেৱীক অনুনীতু নাম দি পূজা কৰা হৈছিল। ইষ্টৰ দেৱীক কেতিয়াবা চন্দ্ৰদেৱতাৰ, কেতিয়াবা আকৌ অনুদেৱতাৰ জীয়েক বোলা হৈছে।

ইষ্টৰ প্ৰেমৰ দেৱতা। বিশেষকৈ, প্ৰকৃতিৰ দেৱতা। শস্যোৎপাদক ৰূপে প্ৰকৃতিৰ জীৱনদাতাৰূপে তেমাজ ইষ্টৰদেৱীৰ স্বামী। ইষ্টৰদেৱীৰ মন্দিৰত—বিশেষকৈ উৰুক নগৰত দেৱদাসীৰ প্ৰথা প্ৰচলিত আছিল।

দেবদাসীৰ প্ৰথাৰ পৰা বেশ্যাবৃত্তি পৃথক্ কৰিব নোৱাৰি। বেবিলনৰ মিলিটা নামক আৰু এজনা দেবীৰ মন্দিৰত এনে বিধৰ আন এটা অশ্লীল প্ৰথাৰ প্ৰচলন আছিল (৩৭)। দেবদাসীৰ প্ৰথা ভাৰততো বিৰল নহয়। কালিদাসৰ মেঘদূত কাব্যতো ইয়াৰ সঙ্কেত পোৱা যায়।

সি যি হক ইষ্টৰ যুদ্ধ আৰু মৃগয়াৰো দেৱতা আছিল। এচিৰিয়া-বেবিলনৰ ঐক্য সাধনৰ পাচত যুদ্ধপ্ৰিয় আৰু মৃগয়াপ্ৰিয় এচিৰীয় সকলৰ মাজত ইষ্টৰ দেবীৰ প্ৰভূত আদৰ হৈছিল।

ইষ্টৰ দেবীক মাতৃৰূপে পূজা কৰা হৈছিল। ওপৰত দিয়া মন্ত্ৰৰ নিদৰ্শন এটাত "আই মাতৃ ইষ্টৰ যাৰ আশ্ৰয় নাই" এনে প্ৰয়োগ আছে। ইষ্টৰ দেবীৰ সকলোবিলাক স্তুতিতে প্ৰগাঢ় ভক্তি আৰু উচ্চনীতিৰ ভাব দেখা যায়। ইষ্টৰদেবীয়ে শাপমোচন কৰে, ব্যাধি দূৰ কৰে, পাপ আৰু অপৰাধ মাৰ্জ্জনা কৰে। সিংহ ইষ্টৰ দেবীৰ বাহন, আমাৰ জগদ্ধাত্ৰী দেবীৰ নিচনা।

(গ) মাৰ্‌ডুক্—মাৰ্‌ডুকৰ কথা আগেয়ে অনেক কৈ অহা হৈছে। দেবতামণ্ডলীৰ ভিতৰত মাৰ্‌ডুকক সৰ্ব্বপ্ৰধান বুলিব পাৰি। প্ৰবল পৰাক্ৰম, দয়াদাক্ষিণ্য, ভাগ্যবিধান আদি অনেক গুণ মাৰ্‌ডুকৰ ওপৰত আৰোপ কৰা হৈছিল। মাৰ্‌ডুক্ বেবিলনীয় ধৰ্ম্মবিশ্বাসৰ কেন্দ্ৰস্বৰূপ। মাৰ্‌ডুক্ বেবিলনীয় সাম্ৰাজ্যৰ ৰাজধানী বেবিলন নগৰৰ দেবতা। পূৰ্ব্বোক্ত ইয়া মাৰ্‌ডুকৰ পিতা, নবু পুত্ৰ। পৰবৰ্ত্তী যুগত মাৰ্‌ডুকৰ নামৰ সালসলনি ঘটে; "মাৰ্‌ডুক্" গুচি "বেল্" হয়, সেই অনুসৰি ভাৰ্য্যাৰ নাম "বেলিট" হয়।

*ব্যাধি দূৰ কৰিবৰ অৰ্থে প্ৰয়োগ কৰা মন্ত্ৰবিলাকত মাৰ্‌ডুকক আৰো-

(৩৭) বিশেষ জানিব খুজিলে হাৰ্টলেণ্ডৰ "Ritual and Belief" গ্ৰন্থ চাওক। পৃ ২৩৮-২৮৯।

প্ৰাখ দেবতা, ব্যাধি আৰু অভাবৰ সময়ত সহায়কৰোঁতা বুলি বৰ্ণোৱা হৈছে। তদুপৰি মাৰ্ডুক্ বেবিলনীয় পুৰাণৰ সৃষ্টিকৰ্ত্তা। এই খিনিতে মাৰ্ডুক্ দেৱতাৰ স্তুতিৰ আৰু এটা নিদৰ্শন দিওঁ। ইয়াৰ পৰা মাৰ্ডুক্ দেৱতাৰ কল্পনা কিমান উদাৰ, গৰীয়ান আৰু পবিত্ৰ ভাবেৰে অনুপ্ৰাণিত আছ বুজা যায়—

"এটা অমঙ্গলীয়া অভিশাপে দানৱৰ দৰে এই মানুহটিক অধিকাৰ কৰিছে, শোক আৰু দুখ তেওঁৰ ওপৰত পৰিছে, অমঙ্গলীয়া শোক তেওঁৰ ওপৰত পৰিছে, এটা অমঙ্গলীয়া অভিশাপ, এটা যাদুমন্ত্ৰ, এটা ব্যাধি। অমঙ্গলীয়া অভিশাপটোৱে সেই মানুহটিক মেৰছাগলি এটাৰ দৰে মাৰিছে। তেওঁৰ দেৱতা তেওঁৰ দেহ এৰি গল। তেওঁৰ অধিষ্ঠাত্ৰী দেৱীয়ে তেওঁৰ কাষ এৰিলে। শোক আৰু দুখে তেওঁক কাপোৰে আৱৰাৰ দৰে আৱৰিছে, তেওঁ ব্যাকুল হৈছে; এনে অৱস্থাত মাৰ্ডুক্ দেৱতাই তেওঁক দেখা পালে, মাৰ্ডুক্ পিতাক "ইয়া"দেৱৰ ঘৰত সোমাল আৰু পিতাকক কলে, 'পিতৃদেৱ, এটা অমঙ্গলীয়া অভিশাপে এই মানুহটিক দানৱৰ দৰে অধিকাৰ কৰিছে'।

দুবাৰ তেওঁ (এই দৰে) পিতাকক কলে, (তাৰ পাচত আকৌ কলে)—'মই নাজানো এই মানুহটিয়ে কি কৰিছিল, (মই নাজানো) কি উপায়েৰে মানুহটিৰ আৰোগ্য হব পাৰে।'

"ইয়া"দেৱে পুতেক মাৰ্ডুকক উত্তৰ দিলে "বোপাই, তুমি নজনা কথা কি আছে? মই তোমাক অধিক কি কব পাৰোঁ? মাৰ্ডুক্, তুমি নজনা কথা কি আছে? মই তোমাক অধিক কি কব পাৰোঁ? মই যি জানো, তুমিও জানা।

যোৱা, মাৰ্ডুক্,

মানুহটিক প্ৰায়শ্চিত্তভবনলৈ লৈ যোৱা,

তেওঁৰ পাৰ পৰা যাদুমন্ত্ৰটো ছিন্নভিন্ন কৰি পেলোৱা,
তেওঁৰ পাৰ পৰা যাদুমন্ত্ৰটো আঁতৰাই নিয়া'।"

( Babylonian Religion and Mythology—২০৭ পৃ )

এই নিদৰ্শনটো আৰ আন স্তৱৰ দৰে নহয়। ইয়াত উপাখ্যানৰ ছলেৰে মাৰ্‌তুক্‌ দেৱতাৰ মহানুভৱতা বুজোৱা হৈছে। মাৰ্‌তুক্‌ দেৱতাৰ সকলো বিলাক স্তুতিয়েই উচ্চভাবেৰে পৰিপূৰ্ণ। ডক্তৰ জিমাৰ্ণে এই বিষয়ে লিখিছে—

"Like the hymns addressed to Ishtar and Shamash, the Marduk hymns belongto the noblest and relatively highest ethical products of the Babylonian literature." (Encyclopedia of Religion and Ethics—২য় খণ্ড—৩১২ পৃ)

( ঘ ) নবু—বৰছিপ্পা নগৰৰ দেৱতা। নবুৰ স্তুতিৰ নিদৰ্শন দি অহা হৈছে। নবু বেবিলনৰ লেখক দেৱতা। অতি প্ৰাচীন যুগৰে পৰা বেবিলনত লিপিপ্ৰণালী প্ৰচলিত আছিল, কাজেই এজন লিপিদেৱতাও কল্পিত হৈছিল। ভাৰতৰ লিপিৰ লগত গণেশ সংশ্লিষ্ট হলেও, গণেশ বেদৰ দেৱতা নহয়, পৰৱৰ্ত্তী যুগত কল্পিত হোৱা। নবু লিপিদেৱতা, গতিকে নবু ভাগ্যৰ লেখক। এই প্ৰসঙ্গত ভাৰতৰ পৌৰাণিক—বৈদিক নহয়—বিধিলিপিৰ কল্পনালৈ মনত পৰে। নবু লিপিদেৱতা, গতিকে সকলো বিদ্যাৰো দেৱতা। শস্যদেৱতাৰূপেও নবুক প্ৰায়েই বৰ্ণোৱা দেখা যায়। আৰু এটা আমোদজনক কথা আছে। নবু লিপিদেৱতা, লিপি-মাত্ৰৰে উপযোগিতা শুনাত, কেৱে শুনিলে লিখাৰ লাভ নাই। গতিকে নবু দেৱতাক শ্ৰৱণক্ৰিয়া (audience) লাগে, কাজেই "শ্ৰৱণক্ৰিয়া" তেওঁৰ ভাৰ্য্যা। শ্ৰৱণক্ৰিয়াক দেৱীৰূপে কল্পনা কৰি "তছ্‌মেতু" নাম দিয়া হৈছে। "তছ্‌মেতু" মানে শ্ৰৱণ।

(ঙ) নিনিব—নিনিবৰ প্ৰসঙ্গত বেবিলনীয় বেদৰ তৃতীয় ত্ৰিমূৰ্ত্তিৰ কথা আহি পৰে। পূৰ্ব্বোক্ত এন্‌লিল্‌, তেওঁৰ ভাৰ্য্যা নিন্‌লিল্‌ আৰু পুতেক নিনিব—এই তিনি দেবতা লৈ এটা ত্ৰিমূৰ্ত্তি কল্পিত হৈছিল।

নিনিব প্ৰবল পৰাক্ৰমী বীৰ, সকলো শত্ৰুৰে দমনকাৰী। বীৰৰূপে যুদ্ধপ্ৰিয় এচিৰীয় জাতিৰ মাজত নিনিবৰ বহুল আদৰ আছিল। নিনিব আৰোগ্যাৰো দেবতা। নিনিবৰ ভাৰ্য্যা "গুলা" চিকিৎসাদেবী, চিকিৎসা-শাস্ত্ৰৰ অধিষ্ঠাত্ৰী দেবতা।

নিনিব সাক্ষাৎ ঋগ্‌ বদৰ দেবতা ৰুদ্ৰ। ৰুদ্ৰক ঋগ্‌বেদত নিনিবৰ দৰে প্ৰবল পৰাক্ৰমী বীৰৰূপে বৰ্ণোৱা হৈছে। প্ৰচণ্ড ধুমুহাৰ দেবতা "মৰুৎ" সকল বীৰ ৰুদ্ৰৰ পুত্ৰ ("ৰুদ্ৰস্য সূনবঃ" ঋগ্‌বেদ, ১।৮৫।১)। কিন্তু এই প্ৰবল পৰাক্ৰমৰ লগে লগে ৰুদ্ৰৰ নানা কল্যাণকৰ গুণৰ কথা কোৱা হৈছে, তাৰ ভিতৰত আৰোগ্য দান প্ৰধান।

"শ্ৰেষ্ঠো জাতস্য ৰুদ্ৰ শ্ৰিয়াসি তৱস্তমস্তৱসাং বজ্ৰবাহো" (ঋগ্‌-বেদ, ২।৩৩।৩)।

"জন্ম হোৱা সকলোৰে ভিতৰত শ্ৰেষ্ঠ, হে ৰুদ্ৰ, তুমি শ্ৰীশালী, পৰাক্ৰমীৰো পৰাক্ৰমী আৰু বজ্ৰবাহু।"

ইয়াত আৰু অন্যান্য বহুত ঠাইত নিনিবৰ দৰে ৰুদ্ৰৰ পৰাক্ৰম বৰ্ণোৱা হৈছে। তাৰ পাচত, অন্যান্য বাকাত অবিকল নিনিবৰে দৰে ৰুদ্ৰৰ কল্যাণকৰ প্ৰবৃত্তি আৰু আৰোগ্যদান বৰ্ণোৱা হৈছে। যেনে,

"উন্নো বীৰাঁ অৰ্পয় ভেষজেভিৰ্ভিষক্তমং ত্বা ভিষজাং শৃণোমি" (ঋগ্‌-বেদ, ২।৩৩।৪)

"(হে ৰুদ্ৰ!) আমাৰ লৰাছোৱালীবিলাকক ঔষধৰ দ্বাৰা (আৰোগ্য দিয়া), তুমি বেজৰো বেজ বুলি শুনিছোঁ।" (৩৮)

(৩৮) বেবিলনীয় বেদত আৰোগ্য প্ৰদান অকল নিনিবৰে গুণ নহয় মাৰদুক আদিৰো আছে। ঋগ্‌বেদতো ৰুদ্ৰৰ বাহিৰে অশ্বি দেবতাযুগল আৰু এই গুণ বিশেষকৈ আছে।

নিনিবৰ আৰু এটা স্বৰূপ আছে, নিনিব বেবিলনীয় বেদৰ ক্ষেত্ৰ পতি দেৱতা, শস্য ক্ষেত্ৰৰ অধিষ্ঠাতা। ঋগ্বেদত "ক্ষেত্ৰপতি" বুলি এজন স্বতন্ত্ৰ দেৱতা আছে। কোনো কোনো প্ৰাচীন টীকাকাৰৰ মতে ক্ষেত্ৰ পতি দেৱতা আৰু ৰুদ্ৰ দেৱতা অভিন্ন, কাজেই নিনিবৰ দৰে ৰুদ্ৰ ক্ষেত্ৰ-পতি। ( সায়ণৰ টীকা, ঋগ্বেদ ৪।৫৭।১ )।

(চ) নাৰ্গাল—কুতু নগৰৰ দেৱতা। নাৰ্গাল পাতালৰ ৰজা (৩৯), মৰা মানুহৰ ৰাজ্যৰ অধিপতি। নাৰ্গাল মহামাৰী আৰু জ্বৰো দেৱতা। "ইৰ" আৰু নাৰ্গালক প্ৰায়েই এক বুলি ধৰি বৰ্ণোৱা দেখা যায়। নাৰ্গাল যুদ্ধ আৰু মৃগয়াৰো দেৱতা, কিন্তু নাৰ্গালৰ হিতকৰ প্ৰবৃত্তিও আছে। নিনিবৰ দৰে নাৰ্গালো ক্ষেত্ৰপতি দেৱতা, মাটি সাকৰা কৰে। সিংহ নাৰ্গালৰ বাহন।

(ছ) সুক্কু—পোহৰৰ দেৱতা। চন্দ্ৰ দেৱতা চিনৰ পুত্ৰ বুলিও মাজে মাজে বৰ্ণোৱা হৈছে। নুস্কু সকলো অমঙ্গলৰ শত্ৰু আৰু সকলো মঙ্গলৰ পৰিবৰ্দ্ধনকাৰী।

(জ) গিবক—অগ্নি দেৱতা। ভাৰতীয় যজ্ঞৰ দৰে বেবিলনীয় যজ্ঞতো অগ্নিৰ প্ৰাধান্য আছিল। কাজেই গিবক যজ্ঞাগ্নিৰো দেৱতা।

বিবিধ বস্তু প্ৰস্তুত কৰিবৰ কাৰণে সোণ, ৰূপ, তাম আদি জুইত গলোৱা হৈছিল, কাজেই গিবক শিল্প কাৰ্য্যৰো অধিষ্ঠাতা। ইয়াৰ পৰা বেবিলনৰ বৈষয়িক উন্নতিৰো পৰিচয় পোৱা যায়।

অগ্নিদেৱতাৰ সৰ্ব্বপ্ৰধান লক্ষণ হৈছে এই যে তেওঁ পবিত্ৰ জুইৰে সকলো অমঙ্গল নাশ কৰে, অগ্নি পবিত্ৰতাসাধনকাৰী দেৱতা। ঋগ্বেদতো অগ্নিৰ পবিত্ৰতাকাৰী গুণটো বিশেষভাবে উল্লিখিত হৈছে। ঋগ্বেদত 'পাবক' শব্দটো ( "যি পবিত্ৰ কৰে" ) অগ্নিৰ এটা বিশেষণ আছিল, পৰবৰ্ত্তী সংস্কৃতত "পাবক" বুলিলেই অগ্নিক বুজায়।

(৩৯) বাহুল্য হয় দেখি নাৰ্গাল আৰু যমৰ তুলনা কৰা নাই।

(ঝ) ৰম্মণ———বেবিলনীয় বেদৰ বজ্ৰপাণি ইন্দ্ৰ। ৰম্মণৰ আন এটা নাম আদাদ, এচিৰিয়াত এই নামেই বেচি প্ৰচলিত আছিল।

আদাদ নামৰ উল্লেখ কৰা হৈছে। ৰম্মণৰ স্তুতিৰ নিদৰ্শন দিওঁতে "বিম্মণ" এনে ভাবে দিয়া হৈছে। কাৰো মতে বিম্মণ কাৰো কাৰো মতে ৰম্মণ। বৈদিক ইন্দ্ৰৰ দৰে ৰম্মণে বৰষুণ দিয়ে। ৰম্মণে বৰষুণ নিদিলে অনাবৃষ্টি আকাল আদি উৎপাত ঘটে বুলি বিশ্বাস কৰা হৈছিল। ইন্দ্ৰৰ দৰে বজ্ৰ ৰম্মণৰ অস্ত্ৰ।

(ঞ) তেমাজ———তেমাজৰ বিষয়ে ভালকৈ কৈ অহা হৈছে। তেমাজৰ মৃত্যু কল্পনা কৰি পতা পূৰ্ব্বোক্ত শোকউৎসৱৰ উল্লেখ অল্ড্ টেষ্টামেণ্টত আছে—

"............and, behold, there sat women weeping for Tammuz." ( Ezekiel, ৮।১৪ )

তেমাজৰ বিয়োগ-উৎসৱৰ বাহিৰেও বেবিলনত তেমাজৰ পুনৰ্জীবন উপলক্ষ্য কৰি এটা আনন্দ-উৎসৱ পতাৰ চিন পোৱা যায় বুলি ডক্তৰ জিমাৰ্ণে লিখিছে। বাৰিষাৰ আৰু শীতৰ পাচত আকৌ বসন্ত, গ্ৰীষ্ম দেখা দিয়ে, প্ৰকৃতিয়ে আকৌ উজ্জ্বল ৰূপ ধাৰণ কৰে। কাজেই এই ঋতুৰ প্ৰকৃতি-দেৱতা সূৰ্য্যৰূপী তেমাজৰে যেন পুনৰ্জ্জীবন লাভ হল—এই কল্পনা কৰি আনন্দ উৎসৱ পতা হৈছিল।

(ট) অচ্ছুৰ———এচিৰীয় জাতিৰ জাতীয় দেৱতা। এচিৰিয়া বেবিলনৰ ৰাষ্ট্ৰীয় ঐক্য ঘটাৰ পাচত ভূতপূৰ্ব্ব বেবিলনীয় সাম্ৰাজ্যৰ ৰাজধানী বেবিলন নগৰ নতুন এচিৰীয় সাম্ৰাজ্যৰ ৰাজধানী হৈ নাথাকিল, ৰাজধানী হল অচ্ছুৰ নগৰ। কাজেই অচ্ছুৰ নগৰৰ দেৱতা অচ্ছুৰে বেবিলন নগৰৰ দেৱতা মাৰডুকৰ ঠাই অধিকাৰ কৰিলে। ইয়াৰ লগে লগে আগৰ বেবিলনৰ প্ৰধান দেৱতা অনু আৰু এন্‌লিলৰো আদৰ কমিল।

বেবিলনৰ ধৰ্ম্মৰ বেবিলনৰ-ৰাষ্ট্ৰীয় ক্ৰমবিকাশৰ লগত ঘনিষ্ঠ সম্বন্ধ। মূলভূত বস্তুটো এক, সেই একে ধৰ্ম্ম, একে ভাব, একে লিপি নানা বিপ্লৱৰ মাজেদি অক্ষুন্ন হৈ চলি আহিছে। কিন্তু ৰাষ্ট্ৰীয় জীৱনৰ পৰিবৰ্ত্তনৰ লগে লগে আৰু কালক্ৰমতো ধৰ্ম্মৰ প্ৰধান অঙ্গ দেৱতাৰ ভিতৰত সময়ে সময়ে কোনো কোনোৰ আদৰৰ কম বেচি হল। কেতিয়াবা আকৌ নতুন দেৱতা আমদানি হৈ বেবিলনৰ চাবেক দেৱতামণ্ডলীত লীন হৈ গৈছিল। যেনে, বিদেশী আক্ৰমণকাৰী কেটীয় জাতিয়ে"ছিপক" "ছুৰিয়াছ" আদি ৰি নিজৰ দেৱতাৰ কল্পনা লৈ আহিছিল যথাক্ৰমে সি বেবিলনীয় মাৰডুক্ আৰু ছামাছৰ কল্পনাৰে ৰূপান্তৰ হৈ লোপ পালে। বেবিলনীয় ভাষা আৰু সাধনা উন্নত আছিল, কাজেই বিদেশী জাতিয়ে আহি এই ভাষাত গঢ় লোৱা দেৱতা বিশ্বাস আদি দূৰ কৰিব নোৱৰাত বেবিলনৰ ধৰ্ম্মগত আৰু ভাষাগত স্বাতন্ত্ৰ্য অক্ষুন্ন হৈ আছিল, অৱশ্যে স্বাভাৱিক ক্ৰমবিকাশ কমবেচি পৰিমাণে হৈছিল।

সি যি হওক, অচ্ছুৰ এচিৰীয় জাতিৰ জাতীয় দেৱতা, এচিৰীয় সাম্ৰাজ্যত অচ্ছুৰৰ যুদ্ধদেৱতা ৰূপে প্ৰাধান্য আছিল।

বেবিলনীয় বেদৰ প্ৰধান দেৱতা সকলৰ লক্ষণ দিয়া হল। সমষ্টি ভাবে দেৱতা সকলক দুভাগ কৰি দুটা নাম দিয়া হৈছিল। স্বৰ্গৰ দেৱতা সকলক "ইগি গি" আৰু পৃথিবীৰ দেৱতা সকলক "অনুন্নাকি" বোলা হৈছিল।

ইয়াৰ বাহিৰেও প্ৰত্যেক মানুহৰে ৰক্ষক ৰূপে একো জনকৈ দেৱতা কল্পিত হৈছিল আৰু মানুহৰ ভীষণ অপকাৰী ৰূপে সাতোটা সাতোটা কৈ দল বান্ধি থকা দানৱ সমূহৰ কল্পনা কৰা হৈছিল। লগে লগে ভূত প্ৰেতো থনা হৈছিল।

ওপৰত বিবৰণ দিয়া প্ৰত্যেক দেৱতাৰে তুলনামূলক আলোচনা সম্ভৱপৰ। বাহুল্যৰ ভয়ত সকলোবিলাক দেৱতাৰে তুলনামূলক

আলোচনা কৰা নাই। Comparative mythology ৰ নাম বহুতে শুনিছে, দেৱতাৰ এনে আলোচনা ইয়াৰ ভিতৰতে পৰে।

ওপৰত যজ্ঞৰ তুলনামূলক আলোচনাৰ পৰা কিদৰে প্ৰাচীন যুগৰ মানৱতত্ত্ব লোৱা যাব পাৰে তাৰ ইঙ্গিত কৰা হৈছে। যজ্ঞ আৰু দেৱতা নিত্যসম্বন্ধ। দেৱতাৰ আলোচনাৰ পৰাও অনেক সামাজিক তথ্য উদ্ধাৰ কৰিব পৰা যায়। ওপৰৰ দেৱতা সমূহৰ বিৱৰণৰ পৰা মনোযোগী পাঠকে সমাজৰ, সভ্যতাৰ অনেক কথা উলিয়াব পাৰিব। বাস্তৱ জগতেৰে সৈতে কোনো সম্বন্ধ নথকা কল্পনা সম্ভৱপৰ নহয়, সমাজত প্ৰচলিত নানা প্ৰথা, ভাব, চিন্তা আদি সঁজুলি লৈহে দেৱতাৰ কল্পনা কৰা এটা স্বাভাবিক মনৰ বৃত্তি উদয় হব পাৰিছিল। কাজেই দেৱতাৰ আলোচনাৰ দ্বাৰা, তুলনামূলক পুৰাণতত্ত্বৰ দ্বাৰা পূৰ্ব্বোক্ত মানৱ-তত্ত্ব বা anthropology বিদ্যাক পৰিপুষ্ট কৰিব পৰা যায়। দেৱতাৰ কল্পনাত, নানা উপাখ্যানৰ কল্পনাত কল্পনাকাৰীৰ মনৰ গতিৰ বিবিধ পৰিচয় পোৱা যায়, লগতে চাৰিউফালৰ প্ৰভাৱ পৰি সেই মনৰ কি ধৰণৰ বিকাশ, সেই প্ৰভাৱ কেনে বিধৰ, কৰ পৰা প্ৰভাৱ আহিছে, তাৰ প্ৰকৃতি কি এনে বিলাক কথাৰ মীমাংসা হয়। মনৰ গতি বিধিৰ আলোচনাই এই দৰেই মানৱ তত্ত্ববিদ্যাক পুষ্টি সাধন কৰিব পাৰিব। ইয়াত এই বিলাক মানৱতত্ত্ব বা anthropology* বিদ্যাৰ বিষয় আলোচনা কৰিব নোৱাৰি, সঙ্কেত কৰা হল মাথোন। তদুপৰি এই বিষয়ে যথাযোগ্য আলোচনা হোৱা নাই। ওপৰত উল্কিয়াই অহা তুলনামূলক চেমীয় আৰু ইৰাণ-ভাৰতীয় মানৱতত্ত্বৰ আলোচনা কৰিলে এই সকলোবিলাক কথা আহি পৰিব। মৌলিক অনুসন্ধান নকৰিলে সামান্য-জ্ঞান (generalisation) সম্ভৱপৰ নহয়।

(৭)

## বেবিলনীয় বেদৰ ধৰ্ম্ম।

বেবিলনীয় বেদৰ যি কেইটা ভাগ নিৰ্দ্দেশ কৰি অহা হৈছে তাৰ ভিতৰত মন্ত্ৰভাগ সবাতকৈ প্ৰাচীন। সকলোবিলাক মন্ত্ৰই যে এনে সি নহয়, কিন্তু বেচি ভাগেই বেবিলনীয় বেদৰ প্ৰাথমিক ৰচনা। এই মন্ত্ৰভাগত যি প্ৰকাৰ ধৰ্ম্মৰ সূচনা পোৱা যায় সেয়ে বেবিলনৰ সৰ্ব্বপ্ৰাচীন ধৰ্ম্ম। বেবিলনীয় মন্ত্ৰভাগ বেবিলনৰ সৰ্ব্বপ্ৰাচীন চুমাৰীয় জাতিৰ সৃষ্টি, মন্ত্ৰভাগৰ ধৰ্ম্মই চুমাৰীয় জাতিৰ ধৰ্ম্ম। অৱশ্যে মন্ত্ৰৰ প্ৰচলন চুমাৰীয় জাতিৰ পাচত আক্কাদীয় আদি চেমীয় জাতিৰ মাজতো সকলো সময়তেই কম বেচি পৰিমাণে বেবিলনত আছিল, কিন্তু তাৰ প্ৰথম সৃষ্টি চুমাৰীয় জাতিৰ দ্বাৰা। মন্ত্ৰ ভাগত দেখা যায় তাত কিছুমান অলৌকিক শক্তি কল্পনা কৰি সেই বিলাকক অমঙ্গল নিবাৰণৰ অৰ্থে প্ৰাৰ্থনা কৰা হৈছে। এই শক্তি বিলাকৰ সাধাৰণ নাম "ঝি", বিশেষ বিশেষ নামৰ ভিতৰত লিল্, উটুক, একিম্মু আদি প্ৰধান।

একোটা একোটা অলৌকিক, অমানুষিক শক্তিৰ অৰ্চ্চনা এই ধৰ্ম্মৰ লক্ষণ। এই শক্তিৰ কল্পনা ঐশ্বৰিক ভাবেৰে অনুপ্ৰাণিত নহ'ব পাৰে, কিন্তু এই বিলাকত অলৌকিক ক্ষমতা আৰোপ কৰি যে ভক্তি দেখুৱা হৈছিল তাত সন্দেহ নাই। একোটা একোটা শক্তিৰ স্বতন্ত্ৰ অস্তিত্ব আছে, কিন্তু ই কোনো এটা বিশেষ পদাৰ্থৰ শক্তি,—পৃথিৱীৰ শক্তি, স্বৰ্গৰ শক্তি, নক্ষত্ৰৰাশিৰ শক্তি, সূৰ্য্যৰ শক্তি—এই সবে নানা শক্তি কল্পিত হৈছিল। এই শক্তিকল্পনাৰ পৰাই ভিন্ন ভিন্ন প্ৰাকৃতিক পদাৰ্থত দেৱত্ব কল্পনাৰ উৎপত্তি অৰ্থাৎ কালক্ৰমত অলৌকিক শক্তি আৰু সেই শক্তি যি পদাৰ্থৰ তাৰ পৃথক্ পৃথক্ কল্পনা নকৰি একেবাৰে শক্তিমানৰ স্বৰূপ অৰ্থাৎ দেৱতাৰ স্বৰূপ

ধাৰণা কৰি লোৱা হৈছিল। অমঙ্গলকাৰী নানা দানবৰ উল্লেখ চুমাৰীক মন্ত্ৰ ভাগত আছে, এই বিলাকৰ পৰা ৰক্ষা কৰিবলৈ শক্তিসমূহক প্ৰাৰ্থনা কৰা হৈছে। ইয়াৰ বাহিৰেও প্ৰেতাত্মাৰ কল্পনা কৰা হৈছিল। বেবিলনত মৰা পোতা হৈছিল, যাৰ মৰাশ কোনো দুৰ্ঘটনা ক্ৰমে পুতিব পৰা নহৈছিল তাৰ প্ৰেতাত্মাৰ শান্তি নাথাকে, সি জীৱ-জগতত আহি বিপদ জন্মায়। বেবিলনীয় ভাষাত লিখা এডোখৰ অসম্পূৰ্ণ ৰচনাত আছে যে যি ভুবি মৰে তাৰ সদ্গতি অসম্ভৱ, তাৰ নাম লোপ পায় (৪০)। অনেক সময়ত মৰিশালিৰ পৰা আহি প্ৰেতাত্মাই উপদ্ৰৱ কৰে বুলি বিশ্বাস কৰা হৈছিল, ইয়াৰ নিবাৰণ মন্ত্ৰ ৰচিত হৈছিল। মন্ত্ৰৰ নিদৰ্শন তলত দিলোঁ, কিন্তু ইয়াৰ কিছুমান অংশ নষ্ট হোৱা গতিকে আবিষ্কাৰক সকলে পোৱা নাই। প্ৰেতাত্মাক আকৌ মাটিৰ তললৈ যাবলৈ কোৱা হৈছে—

"মাটিৰ তললৈ! প্ৰেতাত্মা। ভূত, তললৈ! প্ৰত্যাগমনকাৰী! তললৈ! ই শূন্য, ঠাই শূন্য! ই শূন্য! গাঁত শূন্য, মাটিৰ ভিতৰৰ ঠাই থিনি শূন্য হৈ আছে! এটা প্ৰেতাত্মা ঘূৰি অহা বাবে শূন্য হৈ আছে।"

এনেকৈ আৰু অলপ কৈ প্ৰেতাত্মাক আকৌ কোৱা হৈছে, "তোমাৰ খং মাৰ যক। জীয়াই থাকাঁ, জীৱ জগত এৰি যোৱাঁ। .........মৰিশালিৰ দেবতাই লাখুটিৰে মাৰক; "গুলাই" মহাপাশেৰে বান্ধক। সাগৰৰ অধীশ্বৰ "ইয়া" দেৱে মৰাশৰ গুৰিলৈ খেদি নিয়ক। মন্ত্ৰৰ অন্ত।"

এই বিলাক প্ৰেতাত্মাৰ মন্ত্ৰ। ব্যাধি আদি অমঙ্গল জন্মোৱা দানবৰ অনিষ্ট ক্ৰিয়াৰ বিবৰণ আছে--

---

(৪০) Proceedings of the Bible Archaeological society, জানুৱাৰী, ১৯০৩, ৫৪ পৃ আৰু মে, ১৯০১, ২০৪ পৃ।

"সিহঁত ( অৰ্থাৎ দানববিলাক ) এঘৰৰ পৰা সিঘৰলৈ যায়; দুৱাৰে সিহঁতক বখাব নোৱাৰে, দুৱাৰ-দাঙে সিহঁতক ধৰি-বখাব নোৱাৰে। সিহঁত সাপ হৈ বগাই সোমাই যায়, বতাহ হৈ ঘৰৰ ছালে দি উৰি যায়। সিহঁতে ভাৰ্য্যাক স্বামীৰ বাহুৰ পৰা আঁতৰাই ৰাখে, সিহঁতে শিশুক মানুহৰ আঁঠুৰ পৰা কাঢ়ি নিয়ে। সিহঁতে মুকলিমূৰীয়া তিৰোতা মানুহক সুখৰ ঘৰৰ পৰা পঠাই দিয়ে। সিহঁত মানুহক অনুসৰণ কৰা অভিশাপৰ বাণী।" ( খোদিতলিপি, চতুৰ্থ ভাগ, ১ )

এই দানববিলাকৰ পৰা ৰক্ষা পাবৰ কাৰণেই—পূৰ্ব্বোক্ত শক্তি সমূহৰ মন্ত্ৰ উচ্চাৰণ কৰা হৈছিল। চুমাৰীয় ধৰ্ম্মত দেবতাৰ পুৰোহিতৰ ঠাইত এই যাদু মন্ত্ৰৰ প্ৰয়োগৰহস্যবিৎ যাদুকৰৰ প্ৰাধান্য আছিল। কিন্তু যাদু মন্ত্ৰৰ সাহায্যেৰে কোনো অপকাৰী যাদুকৰে আনৰ অনিষ্ট সাধন কৰাটো সম্ভৱপৰ। তেনে সন্দেহ হলে সেই যাদুকৰ বা যাদুকৰীৰ মূৰ্ত্তি বোকা, মৌশিতা বা কাঠেৰে সাজি বেমাৰীৰ মূৰত বা ভৰিত থৈ ভাঙি পেলোৱা হৈছিল বা পোৰা হৈছিল, অথবা পানীত পেলাই দিয়া বা দুৱাৰ দলিৰ তলত পুতি থোৱা হৈছিল (৪১)।

এয়ে বেবিলনৰ প্ৰাচীনতম চুমাৰীয় জাতিৰ ধৰ্ম্মৰ মোটামুটি লক্ষণ। অলৌকিক-শক্তি-বিশ্বাসৰূপ ধৰ্ম্মক ইংৰাজীত "Animism" বোলে, যাদুকৰৰ প্ৰাধান্য থকা গতিকে "Shamanism" নামো লগতে ব্যৱহাৰ কৰে। সময়ৰ লগে লগে এই ধৰ্ম্মৰ পৰিবৰ্ত্তন ঘটিল। চেমীয় আক্কাদীয় জাতিৰ বেবিলন অধিকাৰৰ লগে লগে চেমীয় প্ৰভাৱত দেবতাৰ কল্পনা আৰম্ভ হল। চুমাৰীয় জাতীৰ ধৰ্ম্মত যে দেবতা একেবাৰেই নাছিল সি নহয়, মন্ত্ৰৰাশিত কোনো দেবতাৰ উল্লেখো আছে। কিন্তু তেতিয়া দেবতাৰ প্ৰাধান্য নাছিল, অলৌকিক শক্তিৰ ধাৰণা চুমাৰীয় ধৰ্ম্মৰ মজ্জাগত

(৪১) ডক্তৰ জেভনচৰ Comparative Religion—৫৫ পৃ।

আছিল। চেষ্টাৰ অধিকাৰৰ লগে লগে অলৌকিক শক্তিৰ আদৰ কৰি আহিল; দেৱতাৰ শক্তি, দেৱতাৰ কৃপাত নিৰ্ভৰ কৰিবলৈ ধৰা হল। অলৌকিক শক্তি যি যি পদাৰ্থৰ বুলি কল্পিত হৈছিল সেই শক্তি সেই পদাৰ্থৰ পৰা ভিন্ন আৰু স্বতন্ত্ৰ এই ধাৰণা আছিল। দেৱতাৰ কল্পনা বিভিন্ন; প্ৰাকৃতিক পদাৰ্থসমূহত যি আছিল সুন্দৰ, যি আছিল উজ্জ্বল, কোমল, মনোমোহা আৰু যি আছিল প্ৰবল, দাৰুণ, ভীষণ সেই সকলো বিলাকৰে সাৰভাগ লৈ দেৱতাৰ কল্পনা। যি দেৱতা যি প্ৰাকৃতিক বা অন্তবিধ পদাৰ্থৰ, তাৰ পৰা সেই দেৱতা বেলেগ নহয়; দেৱতা সেই পদাৰ্থৰ প্ৰাণ, সেই পদাৰ্থৰ আত্মা। বেলি ওলায় আৰু মাৰ যায়, বেলিৰ প্ৰাণশক্তি সূৰ্য্যদেৱতা ছামাছ্; জোন এটা স্নিগ্ধ কিৰণ আৰু সুন্দৰ প্ৰাকৃতিক পদাৰ্থ, জোনৰ প্ৰাণ শক্তি চন্দ্ৰ দেৱতা চিন্। ইতিপূৰ্ব্বে শক্তি-কল্পনাৰ যুগত বেলিৰ এটা পৃথক্ শক্তি, জোনৰ এটা পৃথক্ শক্তি এই দৰে নানা অলৌকিক শক্তি কল্পনা কৰা হৈছিল; সি যেন বেলিৰ ভূত, ইত্যাদি। বেলি এটা জড় পদাৰ্থ, বেলিৰ শক্তিটো যেন প্ৰেতাত্মাৰ নিচিনা এটা ৰূপ নাইকিয়া অলৌকিক জীৱ। "অলৌকিক" এই কথাটো বিশেষকৈ মন কৰিব লগীয়া। দেৱতাৰ কল্পনা মানুহৰ দয়া, দাক্ষিণ্য আদি উচ্চভাবেৰে অনুপ্ৰাণিত; মানুহৰ ৰূপ—চকু, মুখ, কাণ আদি—দেৱতাৰ আছে, দেৱতা মানুহৰ নিচিনা. মানুহৰ আত্মীয়, অথচ মানুহতকৈ কোটি গুণে উচ্চ আৰু মহান, পৃথিৱীৰ মৰণশীল মানুহৰ নিচিনা হব নোৱাৰে; আন পক্ষত দেৱতা মানুহৰে অধিপতি, মানুহৰ হৰ্ত্তা-কৰ্ত্তা-বিধাতা; দেৱতা যেন স্বৰ্গৰ মানুহ। অলৌকিক শক্তিৰ কল্পনাত এই মানবীয় ভাব নাই, মানুহৰ প্ৰকৃতিৰ যি শ্ৰেষ্ঠ ভাগ লৈ দেৱতাৰ কল্পনা, অলৌকিক শক্তিৰ কল্পনাত সেই উদাৰ ভাব নাই, বেলিৰ শক্তি বা "ঝি" আৰু সূৰ্য্যদেৱতা এই দুটা স্বতন্ত্ৰ, পৃথক্ কল্পনা।

প্ৰকৃত পক্ষত এই শক্তিৰ কল্পনাত ভূত প্ৰেত আদিৰ ভাব আছিল, কাৰণ; আমি যি "অলৌকিক" শব্দ ব্যৱহাৰ কৰিছোঁ তাৰ চুমাৰীয় প্ৰতিশব্দ হৈছে "দিম্মাৰ"; এই "দিম্মাৰ" শব্দৰ পৰা আৰু দুটা চুমাৰীয় শব্দৰ উৎপত্তি—"দিম্ম" আৰু "দিম্মিয়া"—এই দুয়োটাৰে অৰ্থ "ভূত" আৰু "পিশাচ"।

অলৌকিক শক্তিৰ কল্পনা কি, দেবতাৰ কল্পনা কিঁ তাৰ যৎকিঞ্চিৎ আভাস দিয়া হল। আগৰ অলৌকিক শক্তিৰ ঠাই দেবতাই অধিকাৰ কৰিলে। যি পদাৰ্থ আগেয়ে অলৌকিক শক্তিৰ দ্বাৰা অধিষ্ঠিত আছিল সেই পদাৰ্থ এতিয়া দেবতাৰ দ্বাৰা অনুপ্ৰাণিত হল। কিন্তু দেবতাৰ পূজাৰ লগে লগে আগৰ মন্ত্ৰ তন্ত্ৰও চলি থাকিল, সেয়ে অধীন ভাবে, দেবতাই যাদুমন্ত্ৰৰ পৰিচালক, দেবতাৰ প্ৰভাবতে যাদুমন্ত্ৰৰ প্ৰভাব এই ধাৰণা আহি উপস্থিত হল। তন্ত্ৰমন্ত্ৰ চলি থাকিল বোলা হৈছে, কিন্তু ক্ৰমাৎ কমি আহিল। আগৰ দৰে অমঙ্গল নিবাৰণ কৰিবৰ অৰ্থে 'ঝি'ৰ মন্ত্ৰ গাবৰ প্ৰয়োজন নহল, মন্ত্ৰৰ যি আনুষঙ্গিক ক্ৰিয়া আছিল তাৰো প্ৰয়োজন বোধ কৰা নহল। আগেয়ে বেমাৰ হলে ঔষধ দিয়াৰ বাহিৰেও ৰোগীৰ ওচৰতে এটা পাত্ৰত জুই ধৰি মন্ত্ৰ পঢ়া হৈছিল আৰু কোনো কোনো বস্তু পোৰা হৈছিল (৪২)। পোৰাৰ অৰ্থ এই যে যি যাদুৰ দূষিত প্ৰভাৱত ৰোগৰ উৎপত্তি, যেন সেই যাদুকেই পোৰা হৈছে, অন্যান্য বস্তুৰ দাহক্ৰিয়া যেন যাদু দাহৰে প্ৰতিৰূপ। ইংৰাজীত ইয়াকে Counter-magic "বোলে (৪৩)। দেবতাৰ পূজা প্ৰচলিত হোৱাৰ লগে লগে এনে কৰিবৰ আৱশ্যক-

(৪২) এঠাইত ইয়াৰ উল্লেখ আছে—
"মই এটা ডাঙৰ আৰু সোণোৱালী পাত্ৰ দাঙি ঠাকিচোঁ আৰু জুই ধৰিছোঁ।
মই কয়লা জলাইছোঁ, মই গোটেইখিনি উপচাৰ দাহ কৰিছোঁ।" (খোদিতলিপি, চতুৰ্থভাগ ৬৮)

(৪৩) প্ৰতিপক্ষ যাদু (counter-magic) অথৰ্ব্ববেদতো আছে। এটা মন্ত্ৰত আবৃত্তি কৰা হৈছে—" .... ...ইয় ক (অৰ্থাৎ যাদুমন্ত্ৰটো) সিহঁতৰ (অৰ্থাৎ শত্ৰু যাদুকৰ

ৰাখাকিল, যাগযজ্ঞেৰে দেবতাৰ তুষ্টি সাধন, স্তুতিৰে দেৱতাৰ কৃপাপ্ৰাপ্তি এই লক্ষ্যৰ উদয় হল। দেবতাৰ কল্পনালৈ ক্ৰমাৎ আৰু উচ্চ ভাবৰ উদ্দীপনা আহিল। পাপৰ জ্ঞান উপজিল, নৈতিক দায়িত্বৰ ( Moral responsibility ) পূৰ্ণ চেতনা আহিল। যদি কিবা অমঙ্গল হয় সি নিজৰ দোষত, দুষ্ট যাদুৰ প্ৰভাবত নহয়। অনুতাপ আৰু দোষ-স্বীকাৰেৰে এই অমঙ্গল নিবাৰণ হব পাৰে। এই নিৰ্চিনা ধাৰণাৰ ফলত বেবিলনীয় অনুতাপ গাথাৰ উৎপত্তি। নিজৰ দোষজ্ঞান, সেই দোষৰ কৰ্ম্মফল, দোষস্বীকাৰ আৰু অনুতাপত দোষক্ষালন—এই জ্ঞান উচ্চ ধৰ্ম্ম ভাবৰ পৰিচায়ক। অনুতাপগাথাসমূহত এই জ্ঞানৰ প্ৰকৃষ্ট পৰিচয় পোৱা যায়, এই বিলাক উচ্চ ধৰ্ম্ম ভাবৰ আকৰ। কোনো কোনো অমঙ্গলত যাদু-মন্ত্ৰৰ প্ৰয়োগ কৰা হৈছিল যদিও দেবতাৰ ক্ষমতাৰ অধীন ভাবে। কোনো কোনো দেবতাক যাদুৰ অধিপতি বোলা হৈছিল, যেনে, মাৰদুক্ আৰু ইয়া। এই দৰেই বেবিলনত উচ্চ-নীতি-পূৰ্ণ দেবতাপ্ৰধান ধৰ্ম্মৰ প্ৰভাৱত, যাদু ধৰ্ম্মৰ পতন হল।

দেবতা প্ৰধান ধৰ্ম্মই এচিৰিয়া বেবিলনৰ ৰাষ্ট্ৰীয় ধৰ্ম্ম (State religion)। ৰজাই নিজে স্তুতি ৰচনা কৰিছিল৽ খৃ-পূ সপ্তম শতাব্দীৰ সাহিত্যিক নৃপতি অচ্ছুৰ-বনিপলৰ এটা স্তুতিৰ নিদৰ্শন এই। পূৰ্ব্বোক্ত বিম্মণ দেব-তাক প্ৰাৰ্থনা কৰা হৈছে—

"হে বিম্মণ, স্বৰ্গ আৰু পৃথিবীৰ ৰজা, যাৰ আদেশত মানুহৰ সৃষ্টি হৈছিল, কথা কোৱা দেবতা সকলে তোমাক সহায় কৰক। মোৰ পক্ষ তুমি বিচাৰ কৰাঁ আৰু মোৰফলীয়া ৰায় দিয়াঁ। মই— অচ্ছুৰ-বনি পল—তোমাৰ দাস, মোৰ দেৱতা অচ্ছুৰৰ আৰু মোৰ দেবী এষ্টৰেথৰ পুত্ৰ। চন্দ্ৰগ্ৰহণ এটা লগাৰ পাচৰ পৰা অমঙ্গল ঘটা বাবে, স্বৰ্গৰ ক্ষমতা-

বিলাকৰ ) ওপৰতে বুৰি মই আকৌ নিক্ষেপ কৰিছোঁ" ইত্যাদি (অথৰ্ব্ববেদ, ৫।৩২ আদি)। জেন্দ্ অবেস্তাৰ পৰাও ইয়াৰ উদাহৰণ দিব পৰা যায়।

শালী, সকলৰ ( মোৰ প্ৰতি ) শত্ৰু ভাব হোৱা বাবে মোৰ প্ৰাসাদ আৰু মোৰ ৰাজ্যত অমঙ্গল-সূচনা হোৱা বাবে, অমঙ্গলীয়া যাদু ক্ৰিয়াৰ বাবে, অশুচি ব্যাধি, লঙ্ঘন, অনীতি আৰু মোৰ দেহৰ পাপৰ বাবে আৰু এটা অমঙ্গলীয়া পিশাচে মোক অধিকাৰ কৰা বাবে, মই তোমাৰ গুৰিত আবেদন কৰিছোঁ, তোমাক স্তুতি কৰিছোঁ। মোৰ হাত তুলি কৰা প্ৰণাম গ্ৰহণ কৰাঁ, মোৰ প্ৰাৰ্থনা শুনা ; মোক বান্ধি থোৱা যাদুটোৰ পৰা মুক্তি দিয়াঁ, মোৰ পাশ বিনাশ কৰাঁ, মোৰ জীৱনৰ ভয় দেখুৱা যি কোনো অমঙ্গল নিবাৰিত হক। মোৰ মূৰত সদায় এজন মঙ্গলকৰ দেৱতা থক। মানবৰ দেব আৰু দেবী মোৰ প্ৰতি কৃপাপৰবশ হক। তোমাৰ আদেশ মতে মোক জীয়াই থাকিবলৈ দিয়াঁ। মোক অবনত হৈ পৰিবলৈ দিয়াঁ আৰু তোমাৰ মহিমা কীৰ্ত্তন কৰিবলৈ দিয়াঁ।" ( ১৯০০ চনৰ British Museum Guide ৬৬ পৃষ্ঠা )।

ৰজাৰ ধৰ্ম্মপ্ৰাণতাৰ চিন এই স্তুতিৰ পৰা পোৱা গৈছে, দেবতা প্ৰধান ৰাষ্ট্ৰধৰ্ম্মৰো পৰিচয় পোৱা গৈছে। দেবতাপ্ৰধান ধৰ্ম্ম, কাজেই বেবিলনীয় ধৰ্ম্মৰ লক্ষণ বহুদেববাদ ( Polytheism )। বহুদেববাদত দেবতাৰ কল্পনা প্ৰায়েই বিবিধ প্ৰাকৃতিক শক্তিৰ পৰা উৎপন্ন, দেবতা কোনো প্ৰাকৃতিক শক্তিৰ দেবতা।

বেবিলনীয় বহুদেববাদৰ এটা বিশেষ লক্ষণ আছে। স্তুতিবিলাক মনোযোগ দি পঢ়িলে দেখা যায়, যিন এজন দেবতাক এনে ভাবে স্তুতি কৰা হৈছে যেন সেই দেবতাই সকলোতকৈ শ্ৰেষ্ঠ, সৰ্ব্বপ্ৰধান। এই মতে প্ৰত্যক দেবতাই মঙ্গলবিধান কৰে, মানুহৰ ভাগ্যৰ ওপৰত প্ৰত্যেক দেবতাকে সমান অধিকাৰ। এটা এটা বিষয়ৰ এজন এজন দেবতা, কেবল সেই বিষয়ৰ কাৰণেহে সেই দেবতাৰ পূজা আৱশ্যক—এনে ধাৰণা বেবিলনীয় ধৰ্ম্মৰ সীমাৰ বাহিৰ। কাজেই প্ৰত্যেক দেবতাই সৰ্ব্বশক্তিসম্পন্ন আৰু

সৰ্ব্বশ্ৰেষ্ঠ। প্ৰাৰ্থনা কৰাৰ মুহূৰ্ত্তত প্ৰাৰ্থনাকাৰীয়ে এনে ভাবে স্তুতি কৰে যেন সেই দেৱতাতকৈ আৰু মহৎ দেৱতা নাই, আকৌ আন এজন দেৱতাৰ প্ৰতি প্ৰাৰ্থনা কৰোঁতেও অবিকল এই ধাৰণাই প্ৰবল হৈ থাকে। ধৰ্ম্মভাবৰ এই অৱস্থাক পণ্ডিত মেক্‌চ্‌মুলাৰে Henotheism নাম দি ভাৰতৰ বৈদিক ধৰ্ম্মত প্ৰয়োগ কৰিছিল। Henotheism—অক আমাৰ ভাষাত একদেববাদ বুলিব পাৰি। একদেববাদ একেশ্বৰবাদ নহয়, কাৰণ একদেববাদ বহুদেববাদৰ ওপৰত প্ৰতিষ্ঠিত, মাত্ৰ ইয়াত বহুত দেৱতাৰ ভিতৰৰ পৰা এজনক প্ৰাৰ্থনা কৰা মুহূৰ্ত্তত বাচি লৈ সৰ্ব্বদেৱতাৰ সাৰভূত বুলি জ্ঞান কৰা হয়। এই জ্ঞান অনুসৰিয়েই স্তুতিৰ ৰচনা, কাজেই প্ৰত্যেক দেৱতাৰ স্তুতিতে প্ৰত্যেক দেৱতাৰ সৰ্ব্বশ্ৰেষ্ঠত্ব পৰিস্ফুট হৈ উঠে। একদেববাদৰ পৰা একেশ্বৰবাদলৈ পৰিবৰ্ত্তন হবৰ সুবিধা হয়। সকলো দেৱতাই সৰ্ব্বশ্ৰেষ্ঠ, কাজেই বস্তুতঃ সৰ্ব্বশ্ৰেষ্ঠ দেৱতাসকল এজন সৰ্ব্বশ্ৰেষ্ঠৰ স্বৰূপ মাথোন, ভাৰতৰ ঋগ্‌বেদত একদেববাদৰ লগে লগে একেশ্বৰবাদৰ প্ৰবৰ্ত্তন হৈছিল—

"একং সদ্বিপ্ৰা বহুধা বদন্ত্যগ্নিং যমং মাতৰিশ্বানমাহুঃ" :—

(ঋগ্‌বেদ, ১।১৬৪।৪৬)

"এজন সৎবস্তুকে পুৰোহিত সকলে অগ্নি, যম, বায়ু—নানা প্ৰকাৰে বৰ্ণনা কৰে।"

কিন্তু বেবিলনীয় একদেববাদৰ পৰা বেবিলনীয় একেশ্বৰবাদৰ উদয় হোৱাৰ স্পষ্ট পৰিচয় পোৱা নাযায়। বেবিলনীয় ধৰ্ম্মত একেশ্বৰবাদৰ ক্ষীণ আভাস থাকিব পাৰে কিন্তু এজন ঈশ্বৰৰ অমিশ্ৰ কল্পনা এই ধৰ্ম্মত নাছিল। এই বিষয়ত মিছৰীয় ধৰ্ম্ম বেবিলনীয় ধৰ্ম্মতকৈ উন্নত, তাত এজন ঈশ্বৰৰ কল্পনা আছে, সেই ঈশ্বৰ দেৱতা আৰু মানুহ উভয়ৰে সৃষ্টি কৰ্ত্তা। হিব্ৰুধৰ্ম্মৰতো কথাই নাই, নানা দেৱতাৰ কল্পনাৰ পাচত, বাৰটা

ইহুদী খেলৰ দহোটা একেবাৰেই লুপ্ত হোৱাৰ পাচত ইহুদী ধৰ্ম্মত অতি উচ্চ ভাবৰ একেশ্বৰবাদ প্ৰচলিত হৈছিল। বেবিলনীয় ভাষাত দেৱতাক নাম "ইলু"। ডক্তৰ কিণ্ডে লিখিছে (৪৪) যে বেবিলনীয় সাহিত্যৰ কোনো ঠাইত "ইলু" শব্দই ঈশ্বৰক বুজোৱা সম্ভৱপৰ, কিন্তু ইয়াৰ পৰা বেবিলনত একেশ্বৰবাদ আছিল বুলি সিদ্ধান্ত কৰিব নোৱাৰি। কিন্তু বেবিলনৰ লগত পাচত সম্মিলিত হোৱা এচিৰীয় জাতিয়ে একেশ্বৰবাদৰ কাষ চাপিব পাৰে, কিয়নো এচিৰীয় জাতিৰ জাতীয় দেৱতা পূৰ্ব্বোক্ত অচ্ছুৰত সৰ্ব্ব-দেৱতাৰ সাৰ আৰোপ কৰা হৈছিল, অচ্ছুৰ এচিৰিয়াৰ মূৰ্ত্তিমান প্ৰাণশক্তি।

স্তুতি সমূহৰ নিদৰ্শন বিলাকৰ পৰা অনায়াসে বুজিব পৰা যায় যে বেবিলনীয় ধৰ্ম্মত দেৱতাসকলক নৰৰূপে কল্পনা কৰা হৈছিল, ইয়াত নৰ-ৰূপ-বাদ বা "anthropomorphism" পৰিস্ফুট হৈ উঠিছে। সকলো ধৰ্ম্মতে সকলো দেৱতাৰ নৰৰূপ-কল্পনা নাথাকে, প্ৰাচীন মিছৰীয় ধৰ্ম্মতে কোনো কোনো দেৱতাৰ পশুৰূপ আছিল। বৈদিক ভাৰত, ইৰাণ আৰু হিব্ৰু ৰাজ্যৰ ধৰ্ম্মত বেবিলনীয় ধৰ্ম্মৰ দৰে নৰৰূপবাদ আছিল। কিন্তু বৈদিক, ইৰাণী আৰু বেবিলনীয় ধৰ্ম্মত নৰৰূপী দেৱতাৰ লগে লগে ভূত-প্ৰেত আদিৰ বিশ্বাস কম বেচি পৰিমাণে আছিল, কেৱল নাছিল হিব্ৰু ধৰ্ম্মত। হিব্ৰু নৰৰূপবাদ আৰু বেবিলনীয় নৰৰূপবাদৰ প্ৰধান পাৰ্থক্য ইয়াতে। ডক্তৰ চেইচে লিখিছে—

"It thus differed from Hebrew anthropomorphism with which in other respects it had so much in common. Behind the lineaments of Hebrew anthropomorphism ghosts or goblins are not to be found." (Glifford Lectures" ৪৯৮ পৃষ্ঠা)

(৪৪) "Babylonian Religion and Mythology"—২০৬ পৃ।

এতিয়া বেবিলনীয় ধৰ্ম্মৰ নীতিতথ্যৰ আভাস দিম। বেবিলনীয় ভাষাত লিখা কিছুমান নীতিমূলক ৰচনা পোৱা গৈছে। তদুপৰি পূৰ্ব্বোক্ত হামুৰাপিৰ আইন নানা অদ্ভুত বিধান থকা স্বত্বেও উচ্চ নীতিৰ পৰিচায়ক। হেজাৰ হেজাৰ বছৰৰ আগৰ নীতিকথাৰ নিদৰ্শন এই—

"লোকৰ অপবাদ নৰটিবা—পবিত্ৰ কথা কবা!
কু কথা নকবা—মৰমেৰে কবা!
*　　　*　　　*
খং উঠিলে হঠাতে কৈ নেপেলাবা!
প্ৰাৰ্থনাই পাপৰ মাৰ্জ্জনা আনে।
জ্ঞানী অৱস্থাত মাটিৰ ফলিৰ পৰা শিকিবা।"

তেতিয়াৰ দিনত সকলো কথা মাটিৰ ফলিত খোদিত কৰি থোৱা হৈছিল। বেবিলনৰ কিতাপ মাটিৰ ফলিত লিখা। কাজেই মাটিৰ ফলিৰ পৰা অৰ্থাৎ কিতাপৰ পৰা জ্ঞান আৰ্জ্জিবলৈ কোৱা হৈছে।

পূৰ্ব্বোক্ত অনুতাপগাথা এটাৰ লগত তলত দিয়া কথাখিনি পোৱা গৈছে। মানুহৰ জ্ঞানৰ সীমাবদ্ধতাৰ বিষয়ে কোৱা হৈছে—

"মানুহ জড়বুদ্ধি—কাৰো জ্ঞান নাই।
জীয়াই থকা সকলোবিলাকৰে ভিতৰত কোনে অলপো জানে,
ভালেই কৰিছেনে বেয়াই কৰিছে—কেৱে নাজানে।"

নানা যাগযজ্ঞ কৰিও অভীষ্ট ফল নাপাই বজাই হতাশ ভাবে কৈছে

"প্ৰাৰ্থনা মোৰ নিয়ম আছিল, যাগযজ্ঞ মোৰ বিধি আছিল,
মোৰ দেৱতাৰ পূজাৰ দিনেই মোৰ লাভ আছিল।
কিন্তু মোৰ যিটো ভাল বুলি বোধ হয়, দেৱতাৰ প্ৰতি সি অসন্তোষজনক হব পাৰে,
যিটো অৱজ্ঞা কৰা যায়, তাতে দেৱতাৰ ভাল লাগিব পাৰে।

*　　*　　*　　*

মানুহে কেনেকৈ দেৱতাৰ কাৰ্য্যপ্ৰণালী জানিব পাৰিব ?
যি সন্ধিয়া জীৱিত অৱস্থাত, ৰাতিপুৱালৈ সি মৰি থাকিব পাৰেঁ।

*　　*　　*　　*

এতিয়াই এজনে গাইছে আৰু বং কৰিছে,
কিন্তু নিমিষতে তেওঁ বিলাপকাৰীৰ দৰে বিনাইছে।”
( পূৰ্ব্বোক্ত Aspects গ্ৰন্থ—পৃ—৩৩১—৩৩৩ )

তলত দিয়া নিদৰ্শনটোত মনুসংহিতা আদিৰ দৰে ৰাজধৰ্ম্মৰ কথা কোৱা হৈছে—

“যদি ৰজাই ন্যায় বিচাৰৰ ফালে মন নিদিয়ে, তেওঁৰ প্ৰজাবৰ্গ ধ্বংস পাব আৰু তেওঁৰ ৰাজ্য ছাৰখাৰ হব।

যদি তেওঁ নিজদেশৰ আইন বিধিলৈ কাণ নিদিয়ে, ( তেন্তে ) ভাগ্যৰ অধিপতি “ইয়া” দেৱে তেওঁৰ ভাগ্য পৰিবৰ্ত্তন কৰিব আৰু তেওঁৰ দুৰ্ভাগ্য ঘটাব।

*　　*　　*　　*

যদি তেওঁ “ইয়া” দেৱৰ আদেশ সমূহলৈ কাণ দিয়ে, ( তেনেহলে ) মহান দেৱতাসকলে তেওঁক প্ৰকৃত জ্ঞান আৰু বিচাৰ শক্তি দিব।

*　　*　　*　　*

যদি বেবিলনৰ মানুহে টকা নি তেওঁক ভেটি দিয়ে আৰু তেওঁ ( ভেটি খাই ) এই বেবিলনীয় মানুহ বিলাকৰ প্ৰতি অনুগ্ৰহ দেখুৱায়, (তেনেহলে) স্বৰ্গ আৰু পৃথিবীৰ অধিপতি মাৰদুক্ দেৱতাই তেওঁৰ বিপক্ষে তেওঁৰ শত্ৰুক আনি তেওঁৰ সকলো বস্তু আৰু সম্পত্তি শত্ৰুক দিব। আৰু নিপ্পুৰ, ছিপ্পাৰ বা বেবিলন নগৰৰ মানুহ বিলাকক—যি এই বিলাক

কাম কৰে ( অৰ্থাৎ ভেটি দিয়ে )—কাৰাৰুদ্ধ কৰিব।" ( ভক্তৰ কিঙৰ "Babylonian Religion and Mythology" পৃ ২১৭—১৮ )'

খৃষ্টজন্মৰ হাজাৰ হাজাৰ বছৰৰ আগেয়েই আবিৰ্ভাৱ হোৱা বিচাৰ নীতিৰ এই ধাৰণাসমূহ শ্ৰদ্ধাভক্তিৰে মন কৰিব লগীয়া। আজি কালি প্ৰাচীন আইনৰ ইতিহাস সম্বন্ধীয় গ্ৰন্থসমূহত বেবিলনীয় আদি প্ৰাচীন আইনৰ আলোচনা নথকা স্বত্বেও সেই বিলাকক প্ৰাচীন আইনৰ ইতিহাস বোলা হৈছে। কিন্তু হামুৰাপিৰ শৃঙ্খলাবদ্ধ আইন, জেন্দ্ অবেস্তাৰ বেন্দিদাদ্ অংশৰ নানা আইন, খৃ-পূ নৱম শতাব্দীৰ চীনৰ শাস্তি তন্ত্ৰ (Penal code) এই বিলাকৰ আলোচনা কৰি আইনৰ ক্ৰমবিকাশ নেদেখুৱালে প্ৰাচীন আইনৰ প্ৰকৃত ইতিহাস ওলোৱাটো অসম্ভৱ। আইনতত্ত্ববিৎ পণ্ডিতসকলৰ ওপৰত এই এটা ডাঙৰ কামৰ দায়িত্ব আছে।

নীতি-তত্ত্ব-সম্পৰ্কীয় বেবিলনীয় ৰচনাৰ আৰু এটা উদাহৰণ দিওঁ। ইয়াত প্ৰশ্নৰ আকাৰেৰে দোষৰ উল্লেখ কৰা হৈছে। আপোন মানুহ পৰ কৰাৰ বিষয়ে প্ৰশ্ন কৰা হৈছে—

"তেওঁ বাপেকক পুতেকৰ পৰ কৰিছেনে কি?
তেওঁ পুতেকক বাপেকৰ পৰ কৰিছেনে কি?
তেওঁ মাকক জীয়েকৰ পৰ কৰিছেনে কি?
তেওঁ জীয়েকক মাকৰ পৰ কৰিছেনে কি?
* * * *
তেওঁ বন্ধুক বন্ধুৰ পৰ কৰিছেনে কি?
তেওঁ নগৰীয়াক নগৰীয়াৰ পৰ কৰিছেনে কি?" ইত্যাদি

বন্দীৰ প্ৰতি ব্যৱহাৰৰ বিষয়ে প্ৰশ্ন কৰা হৈছে—

"তেওঁ বন্দীক মুক্ত কৰি নিদিওঁ বুলিছেনে কি অথবা

বান্ধি থোৱা এজনক মোকোলাই নিদিওঁ বুলিছেনে কি ?
তেওঁ কোনো বন্দীশাল গোহৰ পবিব নিদিয়াকৈ ৰাখিছেনে কি ?
তেওঁ কোনো বন্দীৰ বিষয়ে কৈছেনে কি – "ইয়াক জোৰেৰে
ধৰি ৰাখ" অথবা বান্ধ খাই থকা এজনৰ বিষয়ে কৈছেনে কি—
"ইয়াৰ বান্ধবিলাক টান কৰি দে ?"

সহস্ৰ সহস্ৰ বছৰৰ আগৰ বন্দীৰ প্ৰতি এই দয়াবৃত্তিৰ কথা ভাবিলে আধুনিক সুসভ্য যুগত বন্দীৰ প্ৰতি কৰা নানা অত্যাচাৰ আদি অতি বিস্ময় জনক বুলি বোধ হয়। এই উদাৰ প্ৰবৃত্তি বেবিলনীয় সকলৰ পক্ষেহে খাটে, পাচত সম্মিলিত হোৱা যুদ্ধপ্ৰিয় এচিৰীয় জাতিয়ে আচৰণ কৰা নানা নিষ্ঠুৰতাৰ প্ৰমাণ আছে। তদুপৰি, এই প্ৰসঙ্গত আদৰ্শ আৰু বাস্তবিক আচৰণৰ পাৰ্থক্যও মনত ৰাখিব লাগিব।

ধৰ্ম্মৰ বিবৰণ দিওঁতে পৰলোকৰ কথাও কব লাগে, কিন্তু বেবিলনীয় সাহিত্যত পৰলোক সম্পৰ্কীয় কথা অতি কম, তাৰ পৰা কোনো বিশেষ জ্ঞান লাভ কৰিব নোৱাৰি। পূৰ্ব্বোক্ত নাৰ্গল বেবিলনীয় যম, মৃতৰাজ্যৰ অধিপতি। মৰণৰ দেশক বেবিলনীয় ভাষাত "ছিয়ল" (Sheol) বোলা যায়। "ইষ্টৰদেবীৰ পাতাল প্ৰবেশ" বুলি এটা উপন্যাস আছে। তাত পাতাল বা প্ৰেতৰাজ্য-ক "উলটি আহিব নোৱৰা দেশ" বোলা হৈছে। এই উপাখ্যানত প্ৰেতাত্মাৰ ৰাজ্য অন্ধকাৰময়, ইয়াৰ পৰা ওলাই আহিবলৈ বাট নাই, ধূলিপূৰ্ণ—এনে বৰ্ণনা আছে। প্ৰেতাত্মাৰ দেশ মানে মৰা মানুহৰ আত্মাৰ দেশ। অৱশ্যে বেবিলনীয় আদি কোনো কোনো সুপ্ৰাচীন ধৰ্ম্মত আত্মাৰ দাৰ্শনিক কল্পনা নোহোৱাটো সম্পূৰ্ণ স্বাভাৱিক। আত্মা যেন এটা অদৃশ্য জড় পদাৰ্থ এনে ধাৰণাৰে প্ৰচলন আছিল।— মাৰ্‌ডুক্ দেবতৰ স্তুতিত মাৰ্‌ডুকৰ মৃত সঞ্জীৱনী শক্তিৰ উল্লেখ কৰা হৈছে, সেই বুলি বেবিলনীয় বেদত আত্মাৰ অমৰত্ব সম্পৰ্কীয় কল্পনা

পোৱা নাযায় । মৰণৰ পাচত মানুহৰ আত্মা বা প্ৰেত "ছিয়ল" ৰাজ্যলৈ যায়, ই যাতে পৃথিবীলৈ ঘূৰি নাহে তাৰ কাৰণে মন্ত্ৰ প্ৰয়োগ কৰা হৈছিল । মন্ত্ৰৰ নিদৰ্শন দিয়া হৈছে। মোটতে পুনৰ্জ্জন্মৰ ধাৰণা বেবিলনীয় ধৰ্ম্মত নাছিল, পৰলোক লৈ বেবিলনীয় ধৰ্ম্ম ব্যস্ত নাছিল। ইহলোক লৈ ব্যস্ত থাকি বেবিলনীয় জাতিয়ে ইহলোকৰ উপযোগী বৈষয়িক উন্নতিৰ পৰাকাষ্ঠা দেখুৱাই প্ৰাচীন ইতিহাসত নতুন নতুন ধাৰা বোৱাই গৈছে। এই বিষয়ত মিছৰীয় ধৰ্ম্ম বেবিলনীয় ধৰ্ম্মৰ বিপৰীত। পৰলোক লৈয়েই মিছৰীয় ধৰ্ম্ম, মিছৰীয় ধৰ্ম্মগ্ৰন্থত কেবল পৰলোকৰ কথা, তাৰ নামেই হৈছে "প্ৰেত গ্ৰন্থ" ("The Book of the Dead")। জগতৰ সপ্ত আশ্চৰ্য্যৰ অন্যতম পিৰামিদ অপৰিসীম পৰলোকবিশ্বাসৰ মূৰ্ত্তিমান নিদৰ্শন।

বেবিলনীয় ধৰ্ম্মজীৱন আৰু ৰাষ্ট্ৰজীৱন পৰস্পৰ সংশ্লিষ্ট। ৰাষ্ট্ৰীয় জীৱনৰ কেন্দ্ৰ—"নগৰ," ধৰ্ম্মজীৱনৰ কেন্দ্ৰ "দেৱতা"—নগৰ আৰু দেৱতা অভিন্ন। ৰাষ্ট্ৰীয় মঙ্গলকামনা বেবিলনীয় ধৰ্ম্মৰ মজ্জাগত আছিল, জাতীয় দুৰ্ঘটনা হলে কিদৰে জাতীয় প্ৰায়শ্চিত্তক্ৰিয়া পাতি জাতীয় শোকগাথা (national amentation hymn) গোৱা হয় তাকো পূৰ্ব্বেই কোৱা হৈছে। প্ৰায়শ্চিত্ত কৰ্ম্ম, শোকগাথা ধৰ্ম্মৰ অন্তৰ্গত, কিন্তু ইয়াৰ সাৰ্থকতা হৈছিল ৰাষ্ট্ৰৰ কামত। ৰাষ্ট্ৰীয় উত্থান পতন, ক্ৰমবিকাশ আৰু বেদশাস্ত্ৰৰ ক্ৰমোৎপত্তি—বেবিলনত এই দুয়োটা মিলি এটা ধাৰা। এই দুয়োটাই মিলিহে বেবিলনীয় সভ্যতা গঢ়ি তুলিছিল। প্ৰাচীন বেবিলনৰ প্ৰকাণ্ড শিল্প-গৌৰৱ-মণ্ডিত দেৱ মন্দিৰসমূহ একেলগে ধৰ্ম্ম আৰু বৈষয়িক সমৃদ্ধিৰ কীৰ্ত্তি চিন। বেবিলনৰ বৈষয়িক সভ্যতাৰ বিৱৰণ ইয়াত দিলে অপ্ৰাসঙ্গিক হব; সাংসাৰিক হিচাবত ইমান উন্নত জাতিৰ পক্ষে পৰলোক চিন্তা নকৰাটো সম্পূৰ্ণ স্বাভাৱিক।

প্ৰাচীন বেদগ্ৰন্থ বিলাক আধুনিক কিতাপৰ দৰে একে সময়তে এজন

বা কেইবা জনো মানুহৰ দ্বাৰা ৰচিত নহয়। সেই বিলাক ভিন, ভিন সময়ত ভিন ভিন মানুহৰ প্ৰাণত বহির্জগৎ দেখি হোৱা আশ্চৰ্য্য বোধৰ আৰু ভক্তি-প্ৰেৰণাৰ, আত্মহিতকামনাৰ আৰু অনিষ্ট নিবাৰণ প্ৰবৃত্তিৰ, অলৌকিক মহত্ত্ববোধৰ আৰু নিজ ক্ষুদ্ৰত্ব জ্ঞানৰ স্বাভাবিক উচ্ছ্বাস মাথোন। এই প্ৰাচীন ৰচনাবিলাক স্বাভাবিক প্ৰেৰণাৰ পৰা উৎপন্ন, পাচত হে এই বিলাক সংগ্ৰহ কৰা হয়। সংগৃহীত অৱস্থাতে হাজাৰ হাজাৰ বছৰ অতিক্ৰম কৰি চলি আহিছে। ঋগ্‌বেদ, জেন্দ্‌ অবেস্তা আদি এই ধৰণৰ। বেবিলনীয় বেদবো উৎপত্তি এনেকুৱাই, কিন্তু সংগ্ৰহ কাৰ্য্য প্ৰাচীন যুগতে হৈ যোৱা নাই, আধুনিক যুগত আবিষ্কাৰ কৰোতে ইয়াক সংগৃহীত অৱস্থাত পোৱা নাই, এতিয়াহে সংগ্ৰহ কৰি ল'ব লগীয়া হৈছে। অৱশ্যে কিছুমান সংগ্ৰহো আছিল। আবিষ্কাৰ কৰা আটাই বিলাক স্তুতি, মন্ত্ৰ, অনুতাপগাথা মিলাই আমি সুবিধাৰ কাৰণে "বেদ" এই নাম দি লৈছোঁ। এই বিলাকত বেবিলনীয় ধৰ্ম্মৰ তত্ত্ব নিহিত হৈ আছে বুলিও "বেদ" নাম সাৰ্থক হৈছে।

বেলেগ বেলেগ সময়ত ৰচিত—কাজেই বেবিলনীয় সভ্যতাৰ আৰম্ভণৰ সময়েই বেদ ৰচনাৰ আৰম্ভণৰ সময়। ওপৰত খৃ-পূ প্ৰায় ৩০০০ বছৰ মানৰ পৰা বেবিলনৰ "ঐতিহাসিক" সভ্যতাৰ আৰম্ভণ বুলি কোৱা হৈছে, বেদ ৰচনাৰ আৰম্ভণ কালো ইয়'ৰ লগে লগে ধৰিব লাগিব। কিন্তু জাৰ্ম্মাণ পণ্ডিত ডক্তৰ হমেলে বেবিলনীয় সভ্যতাৰ কাল আৰু আগলৈ নিব খোজে, তেখেতৰ মতে আন কি মিছৰীৰ সভ্যতাও বেবিলনীয় সভ্যতাৰ পৰা উৎপন্ন (ডক্তৰ হমেলৰ Civilization of the East—পৃঃ-৩৯-৪৩)। তেতিয়া হলে বেবিলনীয় সভ্যতাৰ আৰম্ভণ কাল খৃ-পূ প্ৰায় ৬ হেজাৰ বছৰ মানৰ আগৰ পৰা ধৰিব লাগিব। ডক্তৰ হমেলৰ মত বিচাৰ কৰা আমাৰ পক্ষে সম্ভৱপৰ জানো?

ডক্তৰ হমেলৰ মতত বেবিলনীয় সভ্যতাৰ যি অত্যাধিক প্ৰাচীনতা লক্ষিত হয়, এটা কথাই তাৰ পোষকতা কৰে। নেবনিডাছ্ বেবিলনৰ শেহ ৰজা, ৰাজত্বকাল খৃ-পূ ৫৫৫—৫৩৯। এই জন ৰজাই প্ৰত্নবিদ্যাৰ ফাললৈ বিশেষভাৱে মন দিছিল। কোন দেৱ-মন্দিৰ কেতিয়া কাৰ দ্বাৰা সজা হৈছিল এনে কিছুমান কথা তেওঁ খোদিত লিপিত (inscription) লিখি থৈ গৈছে। এখন খোদিতলিপিত নেবনিডাছে লিখিছে যে প্ৰাচীন আক্কাদৰ ছিপাৰ নগৰত (৪৫) থকা সূৰ্য্যমন্দিৰটো সম্ৰাট নাৰামছিনৰ দ্বাৰা নিৰ্ম্মিত, এই মন্দিৰৰ স্থাপন শিলা (foundation stone) তেওঁ আবিষ্কাৰ কৰিছে, ইয়াক যোৱা ৩২০০ বছৰ পূৰ্ব্ববৰ্ত্তী ৰজা সকলৰ কোনো এজনেও দেখা নাছিল। ইয়াৰ পৰা বুজা যায় খ-পূ ৫৫৫ অব্দৰ নেবনিডাছ ৰজাৰ ৰাজত্বৰ ৩২০০ বছৰৰ আগেয়ে অৰ্থাৎ খৃ-পূ প্ৰায় ৩৭০০ অব্দ বা তাৰ ওচৰাওচৰি কোনো সময়ত নাৰামছিন আৰু তেওঁৰ সহযোগী ছাৰগণৰ প্ৰাদুৰ্ভাব হৈছিল। ছাৰগণ আৰু নাৰামছিন আক্কাদ-চুমাৰৰ প্ৰথম ৰজা নহয়। ছাৰগণ চেমীয় (Semetic) ৰজা, তেওঁৰ আগেয়ে অনেক চেমীয় ৰজাই ৰাজত্ব কৰি গৈছে, প্ৰাচীনতম চুমাৰীয় ৰজা সকলৰ তো কথাই নাই। এই দৰে খৃ-পূ ৩৭০০ মানৰ পৰা আৰু দুহেজাৰ আঢ়ৈ হেজাৰ বছৰ আগ বঢ়াই দি আমি ডক্তৰ হমেলে নিৰ্দ্দেশ কৰা বেবিলনীয় সভ্যতাৰ আৰম্ভণ কালৰ কাষ চাপিব পাৰোঁ। কিন্তু জেষ্ট্ৰ, হল আদি পণ্ডিত সকলে নেবনিডাছে নিৰ্দ্দেশ কৰা ছাৰগণৰ আবিৰ্ভাব কাল নামানে, তেখেত সকলে ছাৰগণক খৃ-পূ ৩৭০০ অব্দৰ পৰা এহেজাৰ বছৰ পাচলৈ টানি আনিছে। সি যি হওক, মতভেদৰ পাকচক্ৰলৈ নগৈ আমি জেষ্ট্ৰ আদিৰ মত অনুসৰি বেবিলনৰ "ঐতিহাসিক" সভ্যতাৰ আৰম্ভণ কাল খৃ-পূ প্ৰায় ৩০০০ অব্দ বুলি

(৪৫) এই নগৰৰ আধুনিক নাম "হব্ব"।

ধৰিব পাৰোঁ। অৱশ্যে "পৌৰাণিক" যুগৰ আৰম্ভণ আৰু প্ৰাচীন হব।

আৰম্ভণকাল নিৰ্দ্দেশ কৰা হৈছে। এতিয়া শেহ সীমা নিৰ্দ্দেশ কৰিব লাগে। বেবিলনীয় বেদৰ ভিন ভিন অঙ্গবিলাক মোটতে বেবিলনীয় সাহিত্যৰ সকলো শাখাকে, লগতে এচিৰীয় লেখকসকলে বেবিলনীয় সাহিত্যত যোগ দিয়া ৰচনাসমূহোঁ, এচিৰীয় সম্ৰাট্ অচ্ছুৰবনিপলে বেবিলন জয় কৰাৰ পাচত বেলেগ বেলেগ ঠাইৰ পৰা গোটাই আনি ভালকৈ নকল কৰাই তেওঁৰ গ্ৰন্থাগাৰত সঞ্চিত কৰি ৰাখিছিল! অচ্ছুৰবনিপলৰ গ্ৰন্থালয়ত পোৱা সংগ্ৰহৰ পৰাই বেবিলনীয় বেদৰ অংশসমূহৰ বেছি ভাগ পোৱা হৈছে। অচ্ছুৰবনিপল খৃ—পূ ৬৬৮ অব্দত সিংহাসনত উঠে, কাজেই খৃষ্টপূৰ্ব্ব সপ্তম শতাব্দীকে আমি বেবিলনীয় বেদৰ সৰভাগৰে আবিৰ্ভাবকালৰ শেহ সীমা বুলি ধৰিব পাৰোঁ। ইয়াৰ পাচৰ পৰা এচিৰিয়া—বেবিলনৰ ৰাজশক্তিৰ ক্ৰমাৎ ক্ষয় হৈ খৃষ্টপূৰ্ব্ব চতুৰ্থ শতাব্দীত এলেকজেন্দাৰৰ আক্ৰমণৰ সময়ত লোপ পায়। এচিৰিয়া বেবিলনৰ পতন ইয়াৰ লগেলগেই সম্পূৰ্ণ হয়।

খৃ-পূ প্ৰায় ৩০০০ আৰু খৃ-পূ সপ্তম শতাব্দী মোটামুটিকৈ এই দুটা সীমাৰ মাজতে বেবিলনীয় বেদৰ অধিকাংশ আবিৰ্ভূত হৈছিল। ইয়াৰ ভিতৰতে আকৌ আগ-পিছ আছে। মন্ত্ৰভাগ যাইকৈ চুমাৰীয় জাতিৰ সৃষ্টি, বেবিলনৰ সৰ্ব্বপ্ৰাচীন অলৌকিক-শক্তি-প্ৰধান ধৰ্ম্মৰ নিদৰ্শন, কাজেই মন্ত্ৰসমূহ বেবিলনীয় বেদৰ আদিম অংশ, যদিও কোনো কোনো মন্ত্ৰ পৰৱৰ্ত্তী কালতো ৰচা হৈছিল। খৃ-পূ প্ৰায় ২১২৩ অব্দত বেবিলনৰ আইন-প্ৰচাৰক হামুৰাপি সিংহাসনত উঠে। হামুৰাপিৰ সময়ৰ পৰা বেবিলনত চেমীয় প্ৰাধান্য দৃঢভাবে প্ৰতিষ্ঠিত হয় আৰু চুমাৰীয় জাতিৰ ৰাষ্ট্ৰীয় স্বাতন্ত্ৰ্য লোপ পাবলৈ ধৰে; চুমাৰীয় ভাষাৰো প্ৰচলন নাইকিয়া

হবলৈ ধৰিলে, যদিও ধৰ্ম্মসাহিত্যত ভাৰতত সংস্কৃতৰ দৰে, ইউৰোপত লেটিনৰ দৰে ইয়াৰ ব্যবহাৰ চলি থাকিল। হামুৰাপিৰ সময়ত চেমীয় উত্থানৰ লগে লগে দেবতাপ্ৰধান চেমীয় ধৰ্ম্মৰো সৰ্ব্বাঙ্গপূৰ্ণ প্ৰাদুৰ্ভাব হৈছিল বুলি মোটামুটিকৈ ধৰিব লাগিব আৰু হামুৰাপিৰ সময়তেই চুমাৰীয় বিশ্বাস সম্বলিত মন্ত্ৰভাগৰো ধীৰে ধীৰে আদৰ কমিবলৈ ধৰিছিল বুলি অনুমান কৰিব পাৰি। হামুৰাপিৰ সময়ত ক্ৰমাৎ আবিৰ্ভাব হৈ মহা দেবতাপূজাৰ ভেতি ৰাষ্ট্ৰীয় সহায় পাই অতি দৃঢ় হৈ উঠিল, কাজেই অলৌকিক শক্তিৰ আৰু মন্ত্ৰভাগৰ প্ৰাধান্যত বাধা পৰিবলৈ ধৰিলে।

মন্ত্ৰভাগৰ আনুমানিক সীমা দিয়া হল। স্তুতি, যজ্ঞবিধি আৰু অনুতাপ গাথাৰ আৰম্ভণ মন্ত্ৰভাগৰ প্ৰচলনসময়ৰ শেহতীয়া ভাগৰ পৰা পূৰ্ব্বোক্ত বেদসংগ্ৰহকাৰী অস্থুৰবনিপলৰ সময়—অৰ্থাৎ খৃ-পূ সপ্তম শতাব্দীলৈকে বুলি কব পৰা যায়। স্তুতি, যজ্ঞবিধি আৰু অনুতাপগাথাৰ ভিতৰত কোনটো আগ কোনটো প'চ কব নোৱাৰি, তদুপৰি এই বিলাকৰ বেচি-ভাগ সমসাময়িক হব পাৰে। এটা কথা উল্লেখযোগ্য যে দেবতাৰ স্তুতিৰ লগে লগে, যাগযজ্ঞৰ প্ৰচলণৰ লগে লগে, দেবতাৰ প্ৰতি ভক্তিৰ প্ৰগাঢ়তাৰ লগে লগে, নিজ দোষ জ্ঞান আদি উচ্চনৈতিক ধাৰণাৰ আবিৰ্ভাবৰ লগে লগে ক্ৰমাৎ অনুতাপ গাথাসমূহৰ উৎপত্তি হৈছিল।

বেবিলনীয় বেদৰ আৰু তাৰ অংশ বিলাকৰ ওপৰত যি সীমা নিৰ্দ্দেশ কৰা হৈছে সেই বিলাক অবিকল, যথাযথ বুলি ধৰা উচিত নহয়। এই সীমা বিলাক প্ৰথমতে ওচৰাওচৰি (approximate) মাথোন, দ্বিতীয়তে অংশবিলাকৰ সৰহভাগৰে সীমা এনে, সকলো বিলাকৰে যে এনে, সি নহয়। আগ পিছ সম্বন্ধে অনেক স্তুতি মন্ত্ৰ আদিৰ ব্যতিক্ৰম হব পাৰে।

আগত বুজাবৰ চেষ্টা কৰা হৈছে যে বেবিলনীয় বেদ এখন সংগৃহীত গ্ৰন্থ নহয়, যদ্যপিও কিছুমান প্ৰাচীন সংগ্ৰহ (Collection) আছিল।

গাইগুটীয়া, কোনো সংগ্ৰহৰ অন্তৰ্গত নোহোৱা স্তুতি মন্ত্ৰ আদিও অনেক আছে। এই বিলাকৰ বাহিৰেও স্তুতি, মন্ত্ৰ, অনুতাপ-গাথাৰ কিছুমান সংগ্ৰহ আছে। এই বিলাক এ'তিয়া এনে সানমিহলি ভাবে পোৱা গৈছে যে কোনটো স্তুতি, কোনটো মন্ত্ৰ, কোনটো গাথা ভালকৈ চিন ধৰা টান হৈ উঠিছে। স্তুতি আৰু মন্ত্ৰৰ ৰচনা প্ৰণালীৰ বিশেষ সাদৃশ্য আছে, এনেকুৱা সংগ্ৰহবিলাকত কোনটো মন্ত্ৰ কোনটো স্তুতি তত ধৰা টান। তদুপৰি অনুতাপগাথাৰ লগত কোনো কোনো মন্ত্ৰ চিন ধৰিব নোৱৰাকৈ মিহলি হৈ গৈছে। এনে বিধৰ সংগ্ৰহ বিলাক লৈ বেবিলনীয় ভাষাবিৎ পণ্ডিতসকল আহুকালত পৰিছে। ডক্তৰ চেইচে লিখিছে—

"Criticism will hereafter have to sift and distinguish these collection one from the other and, above all, determine the earlier and later elements combined in each, at present such a task is impossible" ( "Glifford lectures"—পৃ—৪০৩ )

ওপৰত বেবিলনীয় বেদৰ যি প্ৰথম আৰু শেহ সীমা নিৰ্দ্দেশ কৰা হৈছে তাৰ ভিতৰৰ সকলো সময়তে যে বেবিলনীয় বেদৰ ভিন ভিন অংশৰ অবিৰত ভাবে ৰচনা হব লাগিছিল সি নহয়। পূৰ্ব্বে যি কেচীয় জাতিৰ বেবিলন অধিকাৰৰ কথা কোৱা হৈছে সেই জাতিৰ আমোলত বেবিলনৰ সাহিত্য চৰ্চ্চা অগ্ৰসৰ হোৱা নাছিল। মাটিৰ সীমা নিৰ্দ্দেশ কৰিবৰ কাৰণে থোৱা কিছুমান শিলৰ ( boundary-stone ) ওপৰত পোৱা ক্ষুদ্ৰ ৰচনা সমূহেই কেচীয় আমোলৰ ভাষাৰ নিদৰ্শন। ইয়াৰ পৰা বুজা যায়, এচিৰীয় জাতিয়ে বিদবে বেবিলনীয় লিপি, সাহিত্য, ধৰ্ম্ম আদি নিজ অৱস্থাৰ অনুৰূপ কৈ লৈ সেই সাহিত্য আদি অনুশীলন কৰিছিল; অথবা তাতোকৈ

আগেয়ে চেমীয় জাতিসমূহে যিদৰে চুমাৰীয় জাতিৰ লিপি, ধৰ্ম্ম আদি নিজৰ অনুকূলকৈ গ্ৰহণ কৰি স্বতন্ত্ৰ কল্পনাৰ ধাৰা আৰু স্বতন্ত্ৰ সাহিত্যৰ অৱতাৰণা কৰিছিল, সেই দৰে এই বিশাল কেচীয় জাতিয়ে পাঁচ-শ-বছৰ-ব্যাপী ৰাষ্ট্ৰ-অধিকাৰ স্বত্বেও নিজ প্ৰকৃতিৰ লগত সামঞ্জস্য ৰাখি সাধনা ক্ষেত্ৰত বেবিলনৰ লিপি, ভাষা আদি সম্পদৰ একো যোগ্য ব্যৱহাৰ কৰিব নোৱাৰি নিজ অস্তিত্বৰ মূল্যবান নিদৰ্শন একো ৰাখি যাব নোৱাৰিলে। আন পক্ষত নিজৰ ধৰ্ম্মগত জাতিগত সকলো স্বাতন্ত্ৰ্য হেৰুৱাই লোপ পালে।

( ৯ )

## বেবিলনীয় বেদ কি অৱস্থাত পোৱা গৈছে।

বেবিলনত প্ৰায় সকলো ৰচনা মাটিৰ ফলিত লিখি ৰখা হৈছিল। মাটিৰ ফলিত আখৰ খোদিত কৰি লৈ ভালকৈ পুৰি ইটাৰ দৰে টান, ভাগিব নোৱৰা কৰি লোৱা হৈছিল। এচিৰিয়াত এই প্ৰণালী আছিল। বেবিলনত ফলি বিলাক পোৰা নহৈছিল, ৰদত শুকোৱা হৈছিল, কাজেই এচিৰীয় ফলি বিলাকৰ দৰে এই বিলাক চিৰস্থায়ী নহয়, এই নিচিনা অনেক ফলি ভাগি গৈছে। বেবিলনীয় ৰচনা সমূহ খৃ-পূ সপ্তম শতাব্দীত এচিৰিয়াৰ ৰজা অচ্ছুৰবনিপলে নকল কৰাইছিল, কাজেই এচিৰীয় ভাষাৰ মূল গ্ৰন্থ-ৰাজিৰ বাহিৰেও বেবিলনীয় গ্ৰন্থাৱলী এই এচিৰীয় নকলতে অভগন আৰু যুগমীয়া হৈ সঞ্চিত আছে। বেবিলন এচিৰিয়াৰ বেদৰ দৰে যুগমীয়া কৰি ৰাখিবলৈকে বোধ কৰোঁ এই কাগজৰ প্ৰচলনৰ যুগতো অষ্টাদশ শতাব্দীত মাঞ্চুবংশীয় তৃতীয় চিন সম্ৰাটে চিনৰ ধৰ্ম্মশাস্ত্ৰ সমূহ শিলত খোদিত কৰাই ৰাখিছিল। এচিৰিয়াৰ্ পূৰ্ব্বোক্ত লেখন প্ৰথা উপলক্ষ্য কৰি বিখ্যাত মেকলে মহোদয়ে লিখিছে—"Gomer Chephoraod was so po-

pular that the clay of all the plains round the Euphrates could scarcely furnish brick-kilns enough for his eulogist. It is recorded in particular that Pharonezar, the Assyrian Pindar, published a bridge and four walls in his praise ( মেকলেৰ "on the royal society of literature" ) সি যি হক, বেবিলন কিতাপৰ দেশ। এনে অনেক গ্ৰন্থালয় আবিষ্কাৰ কৰা হৈছে যত এই ইটাৰ ফলি বিলাক থাক থাক লগাই সজাই থোৱা পোৱা গৈছে। অকল টেল, নগৰতে এনেকুৱা ফলি প্ৰায় বত্ৰিছ হেজাৰ খন আবিষ্কাৰ কৰা হৈছে! ওপৰত লিপি দেবতা নবুৰ উল্লেখ কৰা হৈছে। বেবিলনত লিপি ক্ৰিয়া পবিত্ৰ বুলি গণ্য কৰা হৈছিল, প্ৰত্যেক খন ফলিৰে দেবতা অধিষ্ঠাতা আৰু কৃপালু ৰক্ষা কৰ্ত্তা এই বিশ্বাস আছিল। ইটাৰ ফলিত লিখা গ্ৰন্থৰ ইমান প্ৰাচুৰ্য্য আছিল যে এচিৰিয়াৰ এখন নগৰৰ নামেই আছিল "কিৰ্‌জথ্‌-ছেফাৰ" অৰ্থাৎ "কিতাপৰ নগৰ"! এই বিলাক দেখি শুনি পণ্ডিত বিভানে তেখেতৰ "Egypt and the Egyptians" গ্ৰন্থত আপ্লুত হৈ কৈছে—

"was it there that an Assyrian Carnegie first founded a free library?" মহা মহা সভ্যতাৰ নিদৰ্শনসমূহৰ কেন্দ্ৰ ব্ৰিটিছ্‌ মিউজিয়মত এই ইটাৰ কিতাপবিলাক পৰম আদৰ আৰু যত্নেৰে সঞ্চিত কৰি থোৱা হৈছে। অকল ব্ৰিটিছ মিউজিয়মতে এক লাখ বেবিলনীয় ফলি আছে!

খৃ-পূ সপ্তম শতাব্দীৰ আচ্চুৰবনি-পলে এচিৰিয়াৰ নিনেভ নগৰত নিজ প্ৰাসাদৰ ওপৰ মহলত এটা বিশাট গ্ৰন্থালয় স্থাপন কৰি তাতে বেবিলনীয় গ্ৰন্থ সমূহ আনি সঞ্চিত কৰি ৰাখে। বেবিলনীয় বেদৰ যিবিলাক অংশ পোৱা গৈছে তাৰ বেচি ভাগেই এই গ্ৰন্থালয়ত পোৱা। আচ্চুৰ

ৰনিপলে নানা গ্ৰন্থ নকল কৰাই ৰাখিছিল। তেওঁৰ এখন খোদিত লিপিত এই দৰে লিখোৱাৰ কথা উল্লেখ কৰা হৈছে। প্ৰথমতে পূৰ্ব্বোক্ত সাতোটা দানবৰ হাত সাৰিবৰ আকাঙ্ক্ষা প্ৰকাশ কৰি কোৱা হৈছে—

"২০—এচিৰিয়াৰ ৰজা, লাখকোটিৰ ৰজা,
অচ্ছুৰবনিপলৰ কাৰেং

২৫—লিখিত ফলিৰ ভাণ্ডাৰ,
২৬—যি ফলিৰ সম্পৰ্কে, মোৰ পূৰ্ব্ববৰ্ত্তী ৰজাসকলৰ ভিতৰত,
২৭—এজনেও এই কাম হাতত লোৱা নাছিল,
২৮—"নবু" দেবতাৰ গুপ্তবিদ্যা ..
২৯—ফলিত মই লিখিলোঁ...
৩১—মোৰ কাৰেঙৰ ভিতৰত থলোঁ।"

(খোদিত লিপি, চতুৰ্থ ভাগ, ৫, ৬)

এটা অনুতাপ গাথাৰ শেহত মুল গ্ৰন্থ চাই নকল কৰাৰ কথা স্পষ্টকৈ কোৱা হৈছে—

"২০—অনুতাপ গাথা, ৪৫ শাৰী আছে,
"মূল্লিল" দেবতাৰ ফলি।
২১—মূলগ্ৰন্থৰ দৰে নকল আৰু প্ৰকাশ কৰা হল।"

(খোদিতলিপি, চতুৰ্থ ভাগ, ২১)

এনেকুৱা উল্লেখ আৰু আছে। ইয়াৰ পৰা বেবিলনীয় স্তুতিমন্ত্ৰ আদিৰ ৰচনা-প্ৰণালীৰ আভাস পোৱা যায়। অনেক মন্ত্ৰ আৰু স্তুতিৰ আৰম্ভনতে "মন্ত্ৰ" এই উল্লেখ থাকে। মন্ত্ৰসমূহৰ ভিতৰত কোনটো কি বিষয়ৰ মন্ত্ৰ সেইটো সদায় মন্ত্ৰৰ শেহত লিখা থাকে।

১০

# বেবিলনীয় বেদৰ ভাষা আৰু লিপি।

## ( ক )

## ভাষা

বেবিলনীয় বেদ দুটা ভাষাত লিখা—প্ৰাচীনতম চুমাৰীয় ভাষা আৰু আক্কাদীয় বা চেমীয়-বেবিলনীয় ( Semitic Babylonian ) অৰ্থাৎ বেবিলনৰ চেমীয় ভাষা। চুমাৰীয় ভাষাত মূল স্তুতি, মন্ত্ৰ আৰু অনুতাপগাথা ৰচা হৈছে আৰু তাৰ তলতে আক্কাদীয় ভাষাত অনুবাদ দিয়া হৈছে। চুমাৰীয় ভাষাৰ লৌকিক প্ৰচলন নাইকিয়া হোৱাতো সি শাস্ত্ৰৰ মূল ভাষা হৈ আছিল। কাজেই সকলো সময়তে মূল ৰচনা চুমাৰীয় ভাষাত লিখি আক্কাদীয় ভাষাত অনুবাদ দিয়া হৈছিল। বেবিলনীয় সভ্যতাৰ অন্তিম যুগত এচিৰিয়াত এনে অনেক অনুতাপগাথা ৰচা হৈছিল সিবিলাকৰ ভাষা কেবল এচিৰীয় ( Assyrian ), চুমাৰীয় নহয়। চুমাৰীয় ভাষাত নিলিখা গতিকে এই বিলাক গাথা বেবিলনীয় বেদৰ অন্তৰ্গত নহয়। এচিৰীয় ভাষাত লিখা হৈছিল বোলা হৈছে ; এচিৰীয় ভাষা আক্কাদীয় বা চেমীয় বেবিলনীয় ভাষাৰে সৈতে একে, অলপ পাৰ্থক্য মাথোন। ভাষা তত্ত্ববিৎ ডক্তৰ চেইচে লিখিছে—

"Assyrian and Babylonian differ only as two English dialects differ... ....." ( "Hibbert Lectures"—পৃ ৩৭ )।

সি যি হওক, মোটামুটিকৈ কবলৈ গলে বেবিলনীয় বেদৰ মূল চুমাৰীয় ভাষাত আৰু অনুবাদ আক্কাদীয় বা চেমীয় - বেবিলনীয় ভাষাত লিখা। অৱশ্যে অনুবাদ ন্যস্ত স্তুতি মন্ত্ৰ আদি ও আছে আৰু অকল চেমীয় বেবিলনীয় ভাষাত আৰু তাৰে সৈতে একে এচিৰীয় ভাষাত লিখা—চুমাৰীয় ভাষাত নহয়—এনে ৰচনাও আছে। বেবিলনীয় বেদৰ দৰে অন্ড টেষ্টা-

মেণ্টৰো আৰামীয় ( Aramaic ) ভাষাত লিখা "Targum" অনুবাদ আৰু ইৰাণী বেদ জেন্দ্ অবেস্তাৰো পহ্লৱী ভাষাত লিখা প্ৰাচীন অনুবাদ আছে। ঋগ্বেদৰ এই নিচিনা দ্বৈভাষিক পাঠ নাই।

চুমাৰীয় ভাষা সম্পৰ্কে পণ্ডিত সকলে এতিয়াও ভালকৈ অনুসন্ধান কৰিব পৰা নাই, ই কোন বংশৰ ভাষা সেই বিষয়ে এতিয়াও সন্দেহ আছে। কিন্তু বেবিলনীয় বা তাৰ লগৰে এচিৰীয় ভাষা সম্পৰ্কে বিশেষ আহুকাল নাই। বেবিলনীয় আৰু এচিৰীয় ভাষা অথবা মোটামুটিকৈ এচিৰীয় ভাষা চেমীয় বংশৰ অন্তৰ্গত। "চেমীয়" এই শব্দটো প্ৰবন্ধত কেইবাবাৰো প্ৰয়োগ কৰা হৈছে। চেমীৰ (Semitic)—ইয়াৰ কোনো বিশেষ অৰ্থ নাই, কেইবাটাও ভাষা একে লগে বুজাবৰ সুবিধাৰ কাৰণে ব্যবহাৰ কৰা হয় মাথোন। প্ৰাচীন এচিৰীয় ভাষা, পেলেষ্টাইনৰ প্ৰাচীন হিব্ৰুভাষা আৰু তাৰে ওচৰচুবুৰীয়া আৰু তাৰে সৈতে প্ৰায় একে প্ৰাচীন ফনিচীয় ভাষা ( Phoenician ), প্ৰাচীন চিৰিয়াৰ আৰামীয় ভাষা ( Aramaic ), আধুনিক আৰবী ভাষা, আৰবৰ দক্ষিণ পশ্চিমৰ ভাগৰ প্ৰাচীন চেবীয় ভাষা ( Sabaean ) আৰু তাৰ লগৰে মিনীয় ভাষা (Minaic), আৰবৰ পূব ফালৰ সাগৰ-তীৰবৰ্ত্তী মহৰ আদি প্ৰদেশ আৰু ছ'ক'ট্ৰা দ্বীপৰ ভাষা, পূব আফ্ৰিকাৰ এবিচিনিয়া প্ৰদেশৰ ভাষা—এই বিলাকক একে লগে মিলাই চেমীৰ (Semitic) ভাষা বোলে। ১৮২৭ চনৰ পণ্ডিত Eichhorn এ এই শব্দটো প্ৰথমে প্ৰচাৰ কৰে। এই ভাষা কোৱা জাতি সমূহৰ কিছুমান বাইবেলৰ Genesis অধ্যায়ত উল্লেখ কৰা নহাৰ (Noah) পুত্ৰ চেমৰ সতি সন্ততি বুলি যি পোৰাণিক কথা আছে সেই অনুসৰি পৰস্পৰ সম্বন্ধ সূত্ৰত জড়িত নানা সাদৃশ্যযুক্ত একে জাতীয় এই ভাষা কেইটাক সুবিধাৰ কাৰণে চেমীয় ভাষা বোলা হয়। চেমীয়—অৰ্থাৎ চেমৰ সন্তান, ইয়াৰ আন কোনো অৰ্থ নাই। তদুপৰি বাইবেলত চেমৰ

সন্তান বোলা লিডীয় (Lydian) আৰু ইলামীয় (Elāmite) এই দুয়ো জাতিৰ ভাষা এই বিলাকৰ ভিতৰত নপৰে। সি যি হক, ভাষা বিজ্ঞানৰ মতে এচিৰীয় ভাষা চেমীৰ বংশৰ অন্তৰ্গত। আৰবী, হিব্ৰু আদি ভাষা সমূহৰ লগত ইৰাৰ প্ৰকৃতিগত সমন্ধ আছে।

(খ)

## লিপি।

এচিৰীয়া বেবিলনৰ লিপিক বাণমুখ বা Cuneiform লিপি বোলা যায়। আখৰ বিলাক কাঁৰৰ মুখৰ নিচিনা দেখি এনে বোলা হৈছে। এই লিপি বিশেষত্ব পূৰ্ণ। অন্যান্য লিপিৰ দৰে ইয়াত প্ৰত্যেকটো বৰ্ণৰ কাৰণে এটা এটা চিন নাই। আমাৰ "ক"ৰ কাৰণে এটা চিন, "খ"ৰ কাৰণে এটা ইত্যাদি। কিন্তু বেবিলনীয় লিপিত কোনো কোনো বৰ্ণৰ কাৰণে পৃথক্ চিন আছে যদিও, দুটা বা তাতকৈ বেচি ধ্বনিৰ কাৰণেও মুঠতে এটা চিন হে ব্যবহাৰ কৰা যায়। যেনে—"অ"ৰ কাৰণে আমাৰ নিচিনাকৈ এটা সুকীয়া আখৰ আছে :— , কিন্তু "অব্"

এই দুটা ধ্বনিৰ কাৰণেও মুঠতে এটা চিন হে আছে :—

"অবত" দুটা ধ্বনি আছে, এটা স্বৰ, এটা ব্যঞ্জন (অ+ব্)। দুটাতকৈ বেচি ধ্বনি বুজোৱা চিনৰ উদাহৰণ হৈছে, যেনে—"বিটু" (ব্+ই+টু) :—

। অকল এয়ে নহয়, এনে বহুত শব্দ আছে যিবিলাকৰ কাৰণে অকলই এটা সুকীয়া চিন আছে। যেনে, "অবু" (পিতা)— এই শব্দটো আমি লিখিলে হলে বেলেগ বেলেগ তিনটা আখৰ লাগিব— অ+ব্+উ, কিন্তু বেবিলনীয় লিপিত এই শব্দটোৰ কাৰণে এটা সুকীয়া বেলেগ চিনেই আছে, আখৰ জোটাই লিখিব নালাগে; "অবু"=

 এনে শব্দ আৰু আছে। তাৰ পাচত এনে কিছুমান চিন আছে যিবিলাকে "অবু" আদিৰ দৰে সুকীয়া সুকীয়া শব্দ বুজোৱাৰ বাহিৰেও বেলেগ বেলেগ ধ্বনি ( Syllable ) বুজায়। যেনে, এই চিনটোৱে দেশ ( "মতু" ). পৰ্ব্বত ( "ছতু" ), জয় কৰা ( "কছতু" ), বেলি উঠা ( "নপচু" )—এই কেইটা শব্দ বুজায়, কিন্তু ইয়াৰ বাহিৰেও ই কিছুমান ধ্বনি ও (Syllable) বুজায়। যেনে,—কাৰ্, মদ্, মত্, ছদ্, ছট্, লট্, নদ্, নত্, কিন্ আৰু গিন্। এই বিলাক শব্দ নহয়, "শব্দৰ অঙ্গ 'ধ্বনি' ( Syllable ) মাথোন।

বেবিলনীয় লিপি পাঠ কৰা কিমান কষ্টসাধ্য ইয়াৰ পৰাই বুজা যায়। এটা কথাত অলপ সুবিধা আছে। কোনটো কোন জাতীয় শব্দ ঠিক কৰিবৰ কাৰণে কিছুমান নিৰ্ণয়কাৰী চিন ("determinative") আছে। যেনে, ওপৰত দি অহা দেশবাচক "মতু" আৰু পৰ্ব্বতবাচক "ছতু" শব্দৰ চিনটো দেশ আৰু পৰ্ব্বতৰ নামৰ আগত ব্যৱহাৰ কৰা হয়। এই চিনটো দেখিলেই পাচৰ শব্দটোৱে দেশ বা পৰ্ব্বত বুজাইছে বুলি নিৰ্ণয় কৰিব পাৰি। সেইদৰে দেববাচক "ইস্নু" শব্দৰ চিন হৈছে—

 এই চিনটো দেবতাৰ নামৰ আগত ব্যবহাৰ কৰ-; হয়। ইয়াক দেখিলেই কোনো দেবতাক বুজাইছে বুলি ধৰিব লাগে।

বেবিলনীয় লিপিৰ ভীষণতালৈ চাই এই অলপীয়া সুবিধাটোকে বহুত বুলি মানিব লাগিব। এনেকুৱা চিনো আছে যাৰ ২৩টা পৰ্য্যন্ত অৰ্থ থাকিব পাৰে। যেনে,— এই চিনটো প্ৰথমতে সূৰ্য্যবাচক আছিল। কিন্তু ই ১৪টা বেলেগ বেলেগ শব্দ বুজায় আৰু শব্দৰ বাহিৰেও

৯টা বেলেগ বেলেগ ধ্বনি বুজায়। মোটতে বেলেগ বেলেগ ঠাইত এই চিনটোৰ ২৩টা বেলেগ বেলেগ ব্যাখ্যা হব পাৰে।

বাণমুখ লিপিৰ সৃষ্টি প্ৰাচীনতম চুমাৰীয় জাতিৰ যুগতে। চুমাৰীয় ভাষাৰ কোনো কোনো শব্দৰ কাৰণে ব্যৱহাৰ কৰা কোনোটো চিন অনেক সময়ত তাৰ পৰা ভিন্ন এচিৰীয় ভাষাৰ সমানাৰ্থক (synonymous) শব্দ বুজাবলৈকো ব্যৱহাৰ কৰা হৈছিল। গতিকে বেমেজালি আৰু বাঢ়িছে। যেনে, চুমাৰীয় ভাষাত "পি" মানে "কাণ" আৰু "পাণীৰ টোপাল"। দুয়োটা শব্দ বুজাবৰ কাৰণে এই এটা চিনকে ব্যৱহাৰ কৰা হৈছিল। চুমাৰীয় বাণমুখ লিপিকে এচিৰীয় সকলে গ্ৰহণ কৰে। চুমাৰীয় ভাষাৰ দৰে এচিৰীয় ভাষাৰ "কাণ" আৰু "পাণীৰ টোপালক" "পি" নোবোলে, এচিৰীয় ভাষাত কাণক "উজ্নু" আৰু পাণীৰ টোপালক "গিলটলু" বোলে। কিন্তু এই দুয়োটা বেলেগ গঢ়ৰ শব্দ বুজাবৰ কাৰণেও ওপৰৰ চিনটোকে প্ৰয়োগ কৰা হৈছিল। তদুপৰি এচিৰীয় ভাষাত "পি" এই ধ্বনিটো বুজাবলৈকো এই একেটা চিনকে লগোৱা হৈছিল; বেমেজালি ইমান বেচি।

মোটতে বেচিলনীয় লিপিক বৰ্ণলিপি (alphabet) হুবুলি বিশিষ্ট ধ্বনিৰ লিপি হে বুলিব লাগে। এই লিপি আমাৰ দৰে বাওঁ ফালৰ পৰা সোঁ ফাললৈ লিখা হৈছিল।

চুমাৰীয় জাতীৰ দ্বাৰা প্ৰথম সৃষ্টি হোৱাৰ পাচত এচিৰীয় আমোলত এই লিপিয়ে স্থায়ী গঢ় লয়। ওপৰত দিয়া লক্ষণবিলাক স্থায়ী হৈ ভালকৈ প্ৰতিষ্ঠিত হোৱা এচিৰীয় লিপিৰ পক্ষে খাটিব। নানা ক্ৰম বিকাশৰ পাচত বাণমুখ লিপিৰ স্থায়ী প্ৰতিষ্ঠা হৈছিল, জেনেকৈ অশোকৰ দিনৰ পৰা ব্ৰাহ্মীলিপিৰ নানা পৰিবৰ্ত্তন ঘটি দেবনাগৰীৰ উৎপত্তি হৈছিল। প্ৰথমতে, ৰেখালিপি; ৰেখা আঁকি বস্তু বুজোৱা হৈছিল,

ৰেথাচিত্ৰত বস্তুটোৰ আকাৰ প্ৰকৃতিৰ ক্ষীণ আভাস দিয়া হৈছিল। এই ৰেথা লিপিৰ পৰা লাহে লাহে বাণমুখ লিপিৰ উদ্ভৱ। উদাহৰণ:—
এচিৰীয় ভাষাত মাছক "খ" বোলে, তাৰ চিন হৈছে 
এই চিনটোৰ একেবাৰেই আদিম আকাৰ আছে ৰেথালিপিত। ৰেথালিপিত ইয়াৰ আকাৰ হৈছে—, দেখিবলৈ প্ৰায় মাছটোৰ নিচিনা। ইয়াৰ পৰা বুজা যায় আদিম ৰেথা-লিপিত বস্তুটোৰ আকৃতি অনুসৰি ৰেথা অকা হৈছিল আৰু এই ৰেথাবিলাক লাহে লাহে কাৰৰ নিচিনা হৈ হৈ শেহত বাণমুখ লিপিৰ আবির্ভাব হৈছিল। আৰু এটা উদাহৰণ এই,—চুমাৰীয় ভাষাত "চু" মানে ভৰি, ইয়াৰ চিন হৈছে, কিন্তু ৰেথালিপিত ইয়াৰ আদিম আকৃতি হৈছে , প্ৰায় ভৰিটোৰ নিচিনা।

বেবিলনীয় বেদৰ কথা কলে সেই বেদনো কেনেকুৱা আখৰত লিখা সেই বিষয়ে স্বভাৱতে কৌতূহল হয় বুলিহে চমুকৈ ইয়াত নিদর্শন দিয়া হল। বেবিলনীয় লিপিৰ যথাযোগ্য আলোচনাৰ কাৰণে স্বতন্ত্ৰ উদ্যম আৱশ্যক।

সামৰণিত কবলগীয়া এই যে এই প্ৰবন্ধত গোটেইটো বিষয়ৰে এটা মোটামুটি বিবৰণ দিয়া হৈছে মাথোন। অভ্যৰ্থনাসমিতিয়ে নির্দেশ কৰি দিয়া সীমা অতিক্ৰম কৰি যোৱাত ঠাইৰ অভাৱত অনেক লিখিব লগীয়া কথা লিখিব পৰা নাই।

---